


# ৰিক্সাৱালা



আৰু
আঠোটা গল্প



শ্ৰীচক্ৰেশ্বৰ ভট্টাচাৰ্য্য

পাঁচ সিকি

গণ-সাহিত্য প্ৰকাশ ভৱনৰপৰা

মথুৰা ডেকাৰ দ্বাৰা

প্ৰকাশিত



প্ৰিণ্টাৰ—শ্ৰীযদুনাথ দাস

জয়ন্তী আৰ্ট প্ৰেছ, গুৱাহাটী ।



মূল্য

পাঁচ সিকি



পোৱা ঠাই

| "আলহীঘৰ" পোঃ কৰৰা কামৰূপ | লয়াৰ্চ বুক ষ্টল গুৱাহাটী | বুক চিণ্ডিকেট গুৱাহাটী |
| --- | --- | --- |

গণ সাহিত্য প্ৰকাশ ভৱন

'ৰিক্সাবালা'ৰ গল্প কেইটি শ্ৰীযুত ভট্টাচাৰ্য্য
দেৱে আমাক ছপাবৰ কাৰণে অনুমতি
দিয়াৰ কেইদিমান পিচতে তেখেত
'অলইণ্ডিয়া ৰেডিও'ৰ কামত
দিল্লীত নিগাজীকৈ
বহেগৈ ।

গতিকে আমি তেখেতৰ লিখাবিলাক
যেনে ভাৱে পালোঁ সেই ভাৱে
ছপালোঁ । লিখকৰ অনুপস্থিতিত
অনেক ভুল ভ্ৰান্তি ৰোৱাটো
স্বাভাৱিক ।

'ৰিক্সাবালা'ৰ ছপাৰ সময়ত শ্ৰীযুত শুক্লেশ্বৰ বৰা
দেৱে যথেষ্ট সহানুভূতি দেখুৱাইছে ।
তাৰ কাৰণে তেখেতক ধন্যবাদ
জনালোঁ ।



— প্ৰকাশক —

# সূচী

# ৰিক্সাৱালা

## যেতিয়া মনে নুবুজে

নিবন্ধুৱা জাৱনৰ কেইটামান দিনৰ সমষ্টি। তাতে অকলশৰীয়া। জীৱনটো মাথোন আন্ধাৰৰ মাজেদিয়েই উজুতিয়াই গৈছে। চাহাৰাৰ অসীম নাৰসতাতো বোধকৰোঁ মাজে সময়ে কেতিয়াবা কেতিয়াবা কৃপণ বৰষুণে সঞ্জীৱতাৰ সঞ্চাৰ কৰে। মোৰ জাৱনটো তাতকৈও নীৰস, তাতকৈও শুকান। অকল কেইটামান দিনৰ ব্যৱধানে যে মানুহৰ জীৱন এটাত এনেকুৱা পৰিবৰ্ত্তন আনিব পাৰে তাক কোনে ভাবিছিল! নিবন্ধুৱা জীৱন!— উঃ এই দুটা শব্দৰ ভিতৰতে জীৱনটো শুকাই মোৱা ইমান বিলাক অভিজ্ঞতাৰ মছলা লুকাই আছিল!

মানুহ জাতিটোৱে জীৱাই থকাৰ সকলো বুধিকে জানে। 'তুবৰিব দবে গচকনি খালেও সি নমৰে। তাৰ সকলো কথাই সহ্য হৈ যায়। মানৱ জীৱন, বিৰাট বিলাসিতাৰ মানৱ জীৱন এটা অভ্যাসত পৰিণত হয়। মোঁৰ নিবনুৱা জীৱনৰ দৈনন্দিন গতিটোও এটা অভ্যাস হৈয়ে পৰিছে। মানৱীয় জীৱনৰ আশা আকাঙ্ক্ষা নিবনুৱা জীৱনৰ পোৰা-ফটা ৰংদে কেতিয়াবাই দেই পেলালে।

কিন্তু কিয়, তথাপিও কিয় নিবনুৱা জীৱনে ৰসৰ পিয়াহৰ লোভ সামৰিব নোৱাৰে। সি বোধহয় নাজানে যে মানৱীয় উপভোগৰ সূক্ষ্ম ভগ্নাংশ এটি পাবলৈও অধিকাৰ তাৰ নাই।

মোৰ নিবনুৱা জীৱনৰ এটি সামান্য লোভ। অতি সামান্য সি। মিউনিচিপাল ফুল বাগিচাৰ মালী জগলাল আৰু তাৰ মাউৰা জীয়েক জনী। লচমীয়া তাইৰ নাম! সিহঁতৰ ফুলৰ বাগিচাখন অ' সিহঁতৰ বাগিচা নহয়। লচমীয়াৰ বাপেক বাগিচাখনৰ ছুটকীয়া দৰ্মহা পোৱা মালী হে।

লচমীয়া হঁতৰ ছুটকীয়া সংসাৰখনৰ লগত মোৰ নিবনুৱা জীৱনৰ পৰিচয়। ফুলৰ প্ৰতি মোৰ লোভ আন কি মোৰ নিবনুৱা অৱস্থায়ো

কমাব নোৱাৰে। স্কুলীয়া দিনবেপৰা ফুল মোৰ বৰ আপোন। কত দিন যে আমাৰ স্কুলৰ বাগানত মনে মনে সোমাই মাৰ খাইছিলোঁ। সেই মধুৰ স্মৃতি আজিও তেনেই বিয়লি যোৱা নাই। কলেজৰ বন্ধুমহলত মই হলোঁ৷ কবি; আৰু আজি মালী জগলালৰ সংসাৰখনৰ এজন চিনাকি আপোন মানুহ।

লচমীয়াই মোক সদায় ফুল দিয়ে। গিলৰ্ডিয়া আৰু ডালিয়া আমাৰ দুয়োৰে বৰ প্ৰিয়। তাই বাচি বাচি নিতৌ একোটা মুঠি মোৰ কাৰণে সজাই থয়। মোৰ নিঃসঙ্গ জীৱনৰ বৰ্ত্তমান লগৰীয়া লচমীয়াৰ ফুল কেইটাৰে সজোৱা মোৰ ফুলদানীটো আৰু ছছে'লিষ্ট সাহিত্যৰ পেঙ্গুইন চিৰিজৰ উৱলা কিতাপ কেইখন।

জগলাল হঁতৰ নিচিনা ছটকীয়া জীৱন এটাৰ লগত চিনাকি হবলৈ তাতকৈ বগা ধুতি কামিজ পিন্ধা মানুহ এজনৰ সহানুভূতিৰ হাঁহি এটাই যথেষ্ট। বেচেৰাহঁতে জীৱনত পৰৰপৰা উপেক্ষা অৱহেলাকে পাই আহিছে। মোৰ নিচিনা নিবন্নুৱা এজনৰ অচিনাকি হাঁহি এটাই তাৰ সংসাৰখনৰ সকলো গোপন কোঠাৰে দুৱাৰ মোলৈ মুকলি কৰি

দিলে। লচমীয়াইও দুদিন মাথো ফুল তুলি দিয়েই মোৰ আপোন হৈ পৰিল।

লচমীয়াক মই ভাল পাওঁ। স্বীকাৰ কৰিছো তাইক মই ভাল পাওঁ। তাইৰ প্ৰতি মোৰ ভাল পোৱা প্লেট'ৰ দৰ্শনৰ মাজেদি বুজিবলৈ গলে সত্যৰ অপলাপ হব। ফ্ৰয়েড চাহাবৰ সূত্ৰও তাৰ বাবে যথেষ্ট নহয়। প্লেট, ফ্ৰয়েড আদি মনিষী সকলৰ নিবনুৱা জীৱনৰ মনোবিকলন লগত পৰিচয় নাই। লচমীয়া মোৰ নিবনুৱা জীৱনৰ এটা মধুৰ আসক্তি। তাইৰ ফুলখিনি মোৰ মৰম আকলুৱা কবিমনৰ খোৰাকী।

লচমীয়াৰ লোভনীয় বয়স ; দৰিদ্ৰতা পিচলাই ভেদি ওলোৱা তাইৰ ৰূপ লাৱণ্য। তাইৰ লগত তাইৰ নিৱিড় ভালপোৱা খিনিৰ লগত মোৰ ঘনিষ্ঠতা। সি সমাজৰ চকুত, হিংসাকুৰীয়া সমাজৰ চকুত পৰিবই পৰিব। নপৰিলে হে আচৰিত হবলগীয়া।

হায়! সমাজে পাহৰি যায় নিবনুৱা এজনৰ দ্বাৰা সমাজৰ স্থবিৰ নিঃশঙ্ক গতিত একো বাধাই হব নোৱাৰে। সিতো সমাজৰ ভিতৰে নহয়। তাৰ নীৰস নিবনুৱা গতিত হিংসা কৰিবলগীয়া কোনো কথাই থাকিব নোৱাৰে। নিবনুৱা জীৱনলৈ

ৰোমান্স কোনো দিনেই অহা নাই, নাহেও। যদিহে নিবন্নুৱা জীৱনতো কোনোবাই প্ৰকৃত প্ৰেম, প্ৰকৃত প্ৰণয়ৰ সোৱাদ চাকিবলৈ পাইছে তেন্তে মই ন দি কব পাৰোঁ তেওঁ খিলঞ্জীয়া নিবন্নুৱাই নহয়।

মোৰ আৰু লচমায়াৰ ঘনিষ্ঠতাৰ মাজত হিংসাৰ কাৰণ এ:কোৰেই নাছিল। প্ৰণয়ৰ পথৰ দুঃসাহসিক পথিক হৈ মই কেতিয়াবাই উভতি আহিলোঁ। বি, এ পাচ কৰিয়েই আঠজনীয়া দৰিদ্ৰ সংসাৰ এখনৰ সকলো অভাৱ অভিযোগ সমুখত ৰাখি নিবন্নুৱা হৈ ঘূৰি ফুৰাৰ কল্পনা বাস্তৱলৈ অহাৰ লগে লগেই ৰোমান্স আঁতৰি পলাল। কলেজত থাকোঁতে ময়ো কবিতা লিখিছিলোঁ—মোৰো আদৰুৱা কোনোবা এগৰাকী আছিল। প্ৰণয়ৰ ৰাজ্যৰ লোভনীয় কাঁইটীয়া বাট মোৰ তেনেই অচিনাকি নহয়। মোৰ প্ৰণয়ী জীৱনৰ মান অভিমান আৰু কত কিবাকিবি মই আজি আৰু দোহাৰিবলৈ নাযাওঁ। সেইবোৰ হেনো প্ৰণয়ৰ বাটত সচৰাচৰ পোৱা লগৰীয়া। কিন্তু নিবন্নুৱা জীৱনৰ প্ৰণয়! নিয়তিয়ে বোধকৰোঁ পৰিহাসৰ হাঁহিটো ইয়াৰ ওপৰতে আটাইতকৈ নিষ্ঠুৰ ভাৱে মাৰি আমোদ পায়।

লচমীয়াহঁতৰ ঘৰ খনৰ প্ৰতি (যদিহে তাক ঘৰ নাম দিব পাৰি) মোৰ কোনো আকৰ্ষণ নাই। নিবনুৱা হলেও মোৰ আভিজাত্যৰ ৰুচিয়ে সিহঁতৰ সেই কদাকাৰ সংসাৰখন ভাল পোৱাব নোৱাৰে। কিন্তু তথাপিও ভাল লাগে জগলালক, দৰিদ্ৰতাৰ মাজতো জীয়াই থকা তাৰ ভিতৰৰ মানুহটোক। আৰু ভাল লাগে লচমীয়াক, তাইৰ ফুলখিনি আৰু ফুলতকৈও কোমল তাইৰ অন্তৰখনি।

ইফালে আমাৰ অন্তৰখন। দৰিদ্ৰতাৰ ধাৰত উটি অহা আমাৰ সংসাৰ। গাঁও এৰি নগৰলৈ অহাৰ কথা আমি কবই নোৱাৰোঁ। দেউতাহঁতৰ দিনত নগৰত আছিল টকা, সুখ আৰু গাঁৱত আছিল গাঁৱলীয়া জীৱনৰ সকলোবোৰ আলৈ আহুকাল। দেউতা নগৰলৈ অহাৰ সম্বল দেউতাৰ কুৰিটকীয়া পাঠশালাৰ "মাষ্টৰী"টো আৰু নিজৰ নিখুত যৌৱনৰ উৎসাহ আৰু লগতে আইৰ মৰমৰ সাহচৰ্য্য। এতিয়া তেখেতৰ শেষ সম্পত্তি মই, মোৰ সৰু ছটা মাউৰা ভাইভনী, মামৰেধৰা টিনৰ ঘৰটো আৰু নিজৰ খিটখিটীয়া খংটো। ছবছৰ আগতে আইকো হেৰুৱাইছোঁ। আই মৰি বাচিছে। যমৰ জীয়াতুতকৈ দৰিদ্ৰতাৰ অত্যাচাৰ আৰু ৰুকণ আৰু নিষ্ঠুৰ।

আমাৰ এই উকথা টিনৰ ঘৰটোৰ এটা কুঠৰীতে মোৰ পঢ়া পুৰণি মেজখন। লচমীয়াৰ মৰমসনা ফুল কেইটাৰে সজোৱা ফুলদানীটোৱে মোৰ বৰ্ত্তমান জীৱনৰ একমাত্র সঙ্গী। ভাইভনী কেইটাক আজি কা'ল আৰু ভাল নালাগে। সিহঁতৰ অত্যাচাৰত জুৰুলা হৈ পৰিছোঁ। নতৌ এটা নহয় এটা বস্তু সিহঁতক লাগিবই। ইমান অবুজ সিহঁত। সিহঁতে বোধকৰোঁ ভাবে—ককায়েকৰ কুৰীটকীয়া টিউশ্যনটোৰেই গোটেই বজাৰ খনকে কিনি পেলাব পাৰি। দেউতা আজিকালি বৰ অবুজ হৈ পৰিছে। মোক বি,এ, পাছ. কৰাই হেনো তেওঁ বৰ আশা কৰিছিল। মই কৰিম কি? মই এতিয়া জানো ইচ্ছা কৰি নিবনুৱা হৈছোঁ। আজি-কালিৰ চাকৰিৰ বজাৰত গুণতকৈও আৰু কেবাবিধো ওপৰঞ্চি বস্তুৰ আৱশ্যক।

লচমীয়াক মোৰ ভাল লাগে। চাকৰি নহলেও, একো দিব পৰা সম্বল নাথাকিলেও যে মানুহে মানুহক ভাল পায়, সেই অভিজ্ঞতাখিনি মই লচমীয়াৰ পৰাই ধাৰ কৰা। সেইদেখি টিউশ্যনৰ পিচৰ ৰাতিৰ সময় একণ আজিকালি মোৰ বাবে বৰ আদৰৰ। সেই সময় খিনিতে মই সাধাৰণ জগতৰ

পৰা অলপ সময় অৱসৰ লব পাৰোঁ। জগলালৰ লগত মই কথা পাতোঁ, লচমীয়াই ফুল ছিঙি আনে। এইদৰেই যায় দিনবোৰ।

দিনবোৰৰ লগতে অভিজ্ঞতাৰো বৰণ সলনি হয়। এতিয়া লচমীয়া মাজে সময়ে আমাৰ ঘৰলৈকো আহে। তাই ইতিমধ্যে মোৰ ভনী দুজনীৰ লগতো চিনাকি হৈ পৰে। মোৰ ফুলদানীৰ সম্পূর্ণ তদাৰক আজি কালি লচমীয়াৰ হাতেৰেই হৈ যায়।

সমাজৰ চকু এতিয়া আৰু বেছিকৈ বিষাই পৰে। মোৰ কেবাজনো শুভাকাঙ্ক্ষী বন্ধুৱে দেউতাক সতর্ক কৰি দি যায়। তথাপিও লচমীয়া আহে মোৰ কোঠাটোলৈ। হাতত নিতৌ নানা বৰণীয়া ফুলখিনি।

সেইদিনা আইৰ শ্ৰাদ্ধ। আমাৰ মৰমৰ আইৰ সোঁৱৰণিটোক এই বছৰলৈ চাৰিটা ধাৰলৈ অনা টকাৰেই বিদায় দিব খুজিছোঁ। চুবুৰীয়া দুই চাৰিজনকো মাতিছোঁ। মালতীয়ে, মোৰ ডাঙৰ ভনীজনীৰ নাম মালতী,—জগলাল আৰু লচমীয়াকো মাতি আহে।

শ্ৰাদ্ধ শেষ হৈ যায়। আমি পাঁচোটা ভায়ে আইৰ করুণ সোঁৱৰণিলৈ মূৰ দোৱাওঁ। তাৰ

পিচত আমি দেউতাক সেৱা কৰোঁ। দেউতাৰ চকু দুটা চলচলীয়া। আইৰ শ্ৰাদ্ধৰ সময়ত আজি দুবছৰে তেখেতক আমি সেইদৰেই দেখি আহিছোঁ। এনেতে কোনোবা এজনে দেউতাৰ মাত লগায়, "বিমলা দাদা, আপোনাৰ বিয়ৈ আৰু বোৱাৰী আহিছে।" বেচেৰা জগলাল আৰু লচমীয়াৰ দুৰ্ভাগ্যৰ কথা ভাবি অস্থিৰ হৈ পৰোঁ। দেউতাই একোকে নামাতে। সেইদিনাৰ নিচিনা দেউতাৰ সৌম্য মূৰ্ত্তি মই কোনো দিনেই দেখা নাই।

গধূলি হয়। জগলালহঁত গুচি যায়। মোৰ ফুলদানীটোত আজিও আকৌ নতুন নতুন ফুলবোৰ দেখা পাওঁ। ফুলখিনি দেখিয়ে দিনৰ দুৰ্ভাগ্যৰ কথা পাহৰি পেলাওঁ। মোৰ জীৱনটো জানো অভ্যাসত পৰিণত হোৱা নাই!

চকমক খাই ৰাতিপুৱা হঠাতে সাৰ পাই উঠোঁ। কিবা এটা ভয়লগা শব্দ! চকু মেলি দেখিবলৈ পাওঁ লচমীয়াৰ ফুলবোৰ গোটেই কোঠাটোতে সিঁচৰতি হৈ পৰি আছে। আৰু মোৰ ফুলদানীটো! মোৰ সেই আপোন ফুলদানীটো! চূৰ্ণ বিচূৰ্ণ হৈ তাৰ ভগাটুকুৰাবোৰ লেতি লৈ গোটেই কোঠা টোতে পৰি থাকে। অলপ আঁতৰতে ভগা চকী

খনত দেউতা। দেউতাৰ চকুত ধাৰাসাৰ চকুলো! তেতিয়াহে জানিলোঁ দেউতাই মোক ভুল বুজা নাই; লচমীয়া আৰু মোৰ সম্বন্ধৰ প্ৰকৃত সেতুৰ খবৰ দেউতাই ভালদৰেই জানিছিল।

তাৰপৰা আৰু লচমীয়াহঁতৰ খবৰ কৰিবলৈ এৰি দিছোঁ। এতিয়াহে মই প্ৰকৃত নিবন্মুৱা। আশাকৰোঁ সমাজে হেৰোৱা শান্তি খিনি আকৌ ঘূৰাই পাব।



# ৰণভূমিৰ একোণত

যোৱা মে' মাহৰ ঘটনা। মহাচীনৰ বুকুত সাম্রাজ্যবাদৰ তাণ্ডৱ-নৃত্য। আবাল-বৃদ্ধ বনিতা সকলো ৰণ দেৱতাৰ সংহাৰ নৃত্যত অস্থিৰ। পঢ়াশলীয়া ছাত্র-ছত্রীসকলৰ এটা ভীতি-পূর্ণ উদ্দীপনা মাতৃ-মুক্তিৰ যজ্ঞত নিজকে আহুতি দিবলৈ এটা প্রবল হেঁপাহ।

মার্ছেল চিয়াং কাইছেকে আদেশ কৰিছে—"আমি শেষ মুহূর্ত্তলৈকে যুদ্ধ কৰিবই লাগিব—যিমানেই বিপদে আমাক আগচি ধৰে সিমানেই আমি জয়মাল্য লাভ কৰিবলৈ সামর্থ্যৱান হমহঁক। তৰুণ-তৰুণীৰ প্রাণত এটা নতুন বলৰ, নতুন অনুপ্রেৰণাৰ জোৱাৰ বাগৰি গল—মহাচীনৰ বীৰ সেনাপতিৰ এই নির্ভীক উক্তি শুনিবলৈ পাই। শই শই চীনা ডেকা-গাভৰুৱে মাতৃভূমিৰ স্বাধীনতা যুঁজলৈ বুকু ফিন্দাই আগবাঢ়ি আহিল। মহাচীনত এটা নতুন জাগৰণৰ সঞ্চাৰ হল।

সেইদিনা মে'ৰ ২৩ তাৰিখ। বুধবাৰ। শিক্ষিতা তৰুণী হিনা কলেজলৈ আহিবলৈ ধৰিছে। মূৰত এটি ধুনীয়া ছাতি। মুখত হাঁহি। অকণি অকণি চকু দুটিত আনন্দৰ পূৰ্ণ ৰেখা। সৌন্দৰ্য্যৰ কুৱৰী হিনা। তাই বাটে বাটে গৈ আছে। হঠাতে তাইৰ কাণত পৰিল—"চান্ মিন্ চ্যুই।" খন্তেক পিচতে এটা বিৰাট সমদলে জাতীয় পতাকা হাতত লৈ মহাপয়োভৰেৰে সেই ফাললৈকে আহিবলৈ ধৰিছে। হিনাৰ চকুত এটা অভূতপূৰ্ব্ব জ্যোতিৰ সমাৱেশ হ'ল। "চান্ মিন্ চ্যুই।" এটা নতুন স্পন্দনে হিনাৰ গোটেই গাটোতে শিহঁৰণ তুলি দি গল। তাইৰ আৰু কলেজলৈ যোৱা নহল। পোনচাটেই ঘৰলৈ লৰ দিলে।

*　　*　　*

চীনা তৰুণী সকলে গুপ্ত-সৈনিকৰ দল এটা গঠন কৰিছে। সেই দলটোৱে চীনৰ পূব অঞ্চলত জাপানক কেইবাখনো যুঁজত হৰুৱাই বিশেষ কৃতিত্ব লাভ কৰিছে। মেডেম্ চিয়াং কাইছেকে তেওঁৰ স্বভাৱসুলভ হাঁহিটি লৈ নিজেই সৈন্য পৰিচালনা কৰিছে। সেই দলটোৱে কেবাখনো জাপনী বিমান ধ্বংস কৰিছে। শই শই চীনা তৰুণীয়ে কোমল হাতত বন্দুক তুলি লৈছে।

হিনাও এই গুপ্ত সৈনিকদলৰে এগৰাকী সৈন্যাধ্যক্ষা। যোৱা ছাংহাই আক্রমণত হিনাৰ পৰিচালিত বিমানখনেই বোমাবাহী জাপানী বিমান এখন ধ্বংস কৰি হিনাক মেডেম্ চিয়াং কাইছেকৰ আরু বেছি ওচৰ চপাই নিছে। সেই গতিকেই সামান্যা সৈনিকাৰ পৰা হিনা আজি সৈন্যাধ্যক্ষা।

* * *

ভোঁ! ভোঁ !! ভোঁ !!! জাপানী বিমানৰ শব্দ চীনা শিবিৰৰ ওচৰত শুনিবলৈ পোৱা গল।

তাৰ পিচতেই গুৰুম্! গুৰুম্!! গুৰুম্ !!! ভয়াবহ বোমাৰ রুদ্র আৰ্ত্তনাদ। খন্তেকতে ৰঙ্গ-মঞ্চৰ নিচিনা ধুনীয়া চীনা শিবিৰ ধূলিত পৰি-ণত হল। শিবিৰবাসী সকলৰ বিৰাট চিঞৰে প্রাণত আতঙ্কৰ সৃষ্টি কৰি ৰণ দেৱতাৰ নির্ম্মমতাৰ লীলা দেখুৱাবলৈ প্রস্তুত হল। ওচৰৰ খাৱৈৰ পৰা হিনাই এই সকলোবোৰ দেখে। তাইৰ অন্তৰত প্রতিহিংসাৰ দাবানল দপদপাই জ্বলি উঠে। হিনাই ৰণচণ্ডীৰ মূৰ্ত্তি ধৰি সঙ্গিনীসকলক লগত লৈ আগবাঢ়ি যায়।

তাৰ পিচত। তাৰ পিচত যুদ্ধক্ষেত্রৰ আগ-শাৰীত চীনা তৰুণী সকলৰ সমাবেশ। হিনা

সেই সকলোৱে পৰিচালিকা। অগণন ৰুচীয় কামানে চীনৰ সহায়ৰ নিমিত্তে সংহাৰ মূৰ্ত্তি ধৰি আগবাঢ়ে। হিনাই কামান চলাবলৈ আদেশ দিয়ে। চাই থাকোঁতেই ডুমাইল আঁতৰত থকা জাপানী শিৱিৰ চূৰ্ণবিচূৰ্ণ হৈ যায়। জয়গৰ্ব্বিত জাপানী সৈন্য পিচ হুহঁকিবলৈ বাধ্য হয়। গধূলিলৈ ৰণক্ষেত্ৰত জীৱিত জাপানী সৈনিক এজনো বাকী নাথাকে। যি থাকে সিহঁতো প্ৰাণৰ ভয়ত পলায়। কেৱল মৃত সৈনিকবোৰ তেজেৰে টুংৰলী হৈ পৰি থাকে। মৃত সৈনিকসকলৰ শেঁতামুখতো কিবা এটা তৃপ্তিৰ হাঁহি দেখা যেন ভাব হয়। বেচেৰাহঁতে হয়তো ভাবিছে যুদ্ধত মৰিল যেতিয়া সিহঁতলৈ স্বৰ্গৰ বাট মুকলি হৈ আছে। কিন্তু সিহঁতে মুহূৰ্ত্তলৈকো নাভাবে যে কোনো যন্ত্ৰীয়ে সিহঁতক কিদৰে যন্ত্ৰৰ নিচিনাকৈ টানি আনি মৃত্যুৰ মুখত পেলাই দি আঁতৰত নিৰ্জ্জনত সুখেৰে মানৱ-জাতিৰ মূৰ্খালি দেখি হাঁহি আছে।

লাহে লাহে গধূলি হৈ আহে। যুঁজৰ প্ৰত্যক্ষ দৰ্শক সূৰ্য্যদেৱে পশ্চিম আকাশত মুখ লুকুৱায়। সেইদিনা মৃত জাপানী সৈনিকবোৰ চাবলৈ হিনাৰ মন যায়। গুপ্তচৰ বিভাগে হিনাৰ আগত জাপানী-

সকলৰ পলায়ণৰ উল্লেখ কৰি হিনাক তালৈ যাবলৈ অনুমতি দিয়ে। সৈনিকৰ সাজ পিন্ধি হিনা ৰণ-ক্ষেত্ৰলৈ ওলাই যায়। ৰেডক্ৰছ ছছাইটিৰ 'চিষ্টাৰ' দুজনীও হিনাৰ লগতে ওলায়। আঁতৰৰ শুকান গছৰ খোৰোঙৰপৰা বাদুলী কেইটামান উৰি আহে। হিনাই চিষ্টাৰ দুজনী লগতলৈ মৰা সৈনিকসকলৰ পিনে পোনাই খোজ লয়। ক্ৰমে জাপানী শিৱিৰৰ ওচৰ চাপেগৈ আৰু মৰা সৈনিসকলৰ মাজত হিনা লাহে লাহে প্ৰৱেশ কৰে। চীনৰ জয়ত হিনাৰ বুকু উৎফুল্ল হৈ উঠে। পৰস্বাপহাৰী জাপানৰ প্ৰতি তাইৰ হিয়া ঘৃণাৰে পূৰ্ণ হয়। হিনাৰ মুখত এটা বিকট হাঁহি—এয়ে যুঁজৰ পৰিণতি! আহত সৈনিকসকলৰ অনুসন্ধানত ব্যস্ত থকা চিষ্টাৰ দুজনী-য়েও হিনাৰ আচৰিত হাঁহি দেখি বিস্মিত হয়। হিনাজনা পাগলী হল নেকি? খাপৰ পৰা তৰোৱাল হাতত লৈ হিনা আগ বাঢ়ি যায়। অসংখ্য মৃত জাপানী সৈন্য দেখিবলৈ পাই তাই আনন্দত আত্ম-হাৰা হয়।

"পানী! এটোপা পানী!" আহত জাপানী সৈনিকৰ মাজতৰপৰা এটা আৰ্ত্তনাদ শুনিবলৈ পোৱা যায়। হিনাই অলপ থমক খাই ৰয়। তাৰ পিচতে

তাইৰ সেই বিকট কাঠ হাঁহি। চিষ্টাৰ তুজনী লৰি আহে; হাতত পানীৰ পাত্ৰ। আহত সৈনিকৰ মুখত পানী ঢালি দিয়ে। সৈনিকে কিবা কৰলৈ চেষ্টা কৰে। চিষ্টাৰ তুজনীয়ে কোনো মতে কথা কৰলৈ নিদিয়ে। সৈনিক ক্ষান্ত হয়। হাতৰ টৰ্চ্চটো টিপি হিনাও ঘটনা-থলিলৈ আগ বাঢ়ি আহে। সৈনিকৰ মুখত টৰ্চ্চ পেলাই দিয়ে। সৈনিকৰ মুমূৰ্ষু ক্ষন্তেকৰ কাৰণে জিলিকি উঠে। হিনা থমকি ৰয়। তাইৰ বুকুখনত চিৰিং কৰে বিজুলীয়ে খেলি বায়। তাইৰ বুকু ধপধপবলৈ ধৰে। ভগৱান! ই দেখোঁ তাইৰ পৰিচিত আৰাকিৰ মুখ। আৰাকি! তাইৰ প্ৰাণৰ আৰাকি! টকিঅ' বিশ্ববিদ্যালয়ৰ সঙ্গী আৰাকি! তাৰ আজি এই দশা! চীনৰ লগত জাপানৰ যুঁজ লগাৰ পিচতেই যোৱা এপ্ৰিলত হিনাই জাপান এৰিব লগীয়া হৈছিল। তাৰ পিচতেই তাই পিকিনৰ কলেজত নাম লগায়। সেই দিন ধৰি আৰাকিৰ বিশেষ একো সংবাদ পোৱা নাই। মাজে সময়ে নানা প্ৰবন্ধেৰে আদান প্ৰদান হোৱা তুয়োৰো চিঠি পত্ৰই মাত্ৰ সইঁতৰ আগৰ সৌহাৰ্দ্দ্য ৰক্ষা কৰি আহিছিল। হিনাৰ অন্তৰে জানিছিল যে তাইৰ জীৱনৰ আৰাধ্য দেৱতা চিৰসঙ্গী। দেহি

ঐ আবাকিব ধুনীয়া মুখখনি। আজি তাৰ অৱস্থা‌ কেনে ? তাৰ বেথালগা কথাবাৰ। যি আবাকিয়ে তাইক নেদেখিলে ক্ষন্তেকো থাকিব নোৱাৰিছিল আজি তাৰ অৱস্থা। হিনাৰ অন্তৰ ভাগি যায়। সৈনিকা হিনাৰ চকুপচাৰতে অন্তৰ্হিতা হয়। তাইৰ ঠাইত প্ৰতিষ্ঠিতা হয় উজ্জ্বল করুণাময় মাতৃমূৰ্ত্তি। হিনা লৰি যায় আবাকিব ওচৰলৈ। চিষ্টাৰ দুজনীয়েও সসম্ভ্ৰমে থিয় দিয়ে। হিনা ঘপ কৰে বহি পৰে আবাকিব ওচৰত। বেচেৰা আবাকি! তাৰ কঁকালতে ৰাইফেলৰ গুলী সোমাই ভেজেৰে তেনেই ৰাঙলি হৈ পৰি আছে। ভগৱান! হিনাৰ পৰিচালিত সৈন্যৰ গুলীৰ আঘাতে আজি তাইৰ আবাকিক কাঢ়ি নিলে। হিনা ঢলি পৰি যায়। তাই চিঞৰি উঠে—"আবাকি! আবাকি! তুমি গলাগৈ!" চিষ্টাৰ দুজনী লৰি আহে। হিনাৰ অৱস্থা দেখি দুয়ো বিচুৰ্ত্তি হ'ল। ততালিকে কাপোৰ উলিয়াই আঘাত হোৱা ঠাই বান্ধি দি দুয়োৰো পৰিচৰ্য্যাত লাগি গল।

আঁতৰৰ জাপানী শিবিৰে পুনঃ নৈশ আক্ৰমণৰ জাননী দি বোমাৰ শব্দ তুলিলে—'গুৰুম্! গুৰুম্!'

দূৰৈৰ চীনাশিবিৰতো আকৌ ৰণদেৱতাৰ আগমনত উল্লাসসূচক ধ্বনি শুনিবলৈ পোৱা গল।

প্ৰাণৰ ভয়ত দয়াৱতী চিষ্টাৰ ছুজনীও "কেম্প"লৈ লৰ দিলে। মুকলি আকাশত পৰি ৰল হিনা আৰু আৰাকি। কোনে কব সিহঁতৰ বাবেও স্বৰ্গত আছুতীয়াকৈ ঠাই ৰখা হৈছেনে নাই ?

———

# অল ক্লিয়েৰ

দহদিনীয়া আৰু মাহেকীয়া অশৌচ লৈ গাঁও-খনত ছুটা দল। ব্ৰাহ্মণেতৰ জাতিয়ে কিমান দিন অশৌচ পালন কৰিলে স্বৰ্গত ঠাই আগবেপৰা আছুতীয়াকৈ থাকিব তাকে লৈয়ে আজি পাঁচবছৰ ধৰি গাঁওখনত শান্তি নাই। পুৰণি নামঘৰ থাপনা এতিয়া হ্যবিয়নি গাঁৱৰ আছুতীয়া চৰণীয়া পথাৰত মৈমনসিংহীয়া মানুহৰ পাম। আজি কালি, পানী-কুছিত গধূলি নাম-প্ৰসঙ্গৰ ঠাই অধিকাৰ কৰিছে কাঁজিয়া পেচাল আৰু মেলে। কিন্তু শেষ সিদ্ধান্ত আজিকোপৰ্য্যন্ত একো হোৱা নাই। দহদিন আশৌচ-পালন কৰোতাসকলৰ নেতা মহিম ঠিকাদাৰ। ঠিকাদাৰ মানুহজন টেঙৰ, বাহিৰ ফুৰা। মেলে মোকৰ্দ্দমাই ঘুৰি টকা পয়চাও কিছু কৰিছে।

গাঁৱৰে ধৰ্ম্মেশ্বৰ দেউক ঠগ কৰি মাটিও ভালেখিনি কৰিলে। তেওঁৰ বংশৰ ধাৰাবাহিক পৰিত্ৰতাত তেনো অলপ কিবা চেকা আছে; সেই বাবে সৰ্ব্বাজৰ নেওচনি তেওঁ জন্মৰ আগৰেপৰা উত্তৰাধিকাৰী সূত্ৰে ভোগ কৰি আহিছে। আজি কালি অৱস্থান্তৰে ধৰ্ম্মৰো হস্তান্তৰ আনিছে। এতিয়া মহিম ঠিকাদাৰে পানীকুছিত অকল সাধাৰণ মানুহৰ ওপৰত ক্ষমতাই নচলায়, নতুন নতুন ধৰ্ম্মৰো অনুশাসন দিয়ে। মুঠতে গাঁৱৰ দুখীয়া শ্ৰেণীৰ মানুহ এতিয়া ঠিকাদাৰৰ হাতৰ মুঠিত। টকা ধাৰলৈ দিয়া, মাটি বন্ধক ৰখা, মোকৰ্দ্দমাৰ দালালী কৰা, ফৌজদাৰী আদালতৰ ভয় দেখুৱা, এঘৰীয়া কৰা আদি বহুমুখী ৰীতিৰে ঠিকাদাৰৰ ক্ষমতাৰ বুনিয়াদ শকত হৈছে। ইফালে ধৰ্ম্মেশ্বৰ দেউৰ জমী সম্পত্তি ঠিকাদাৰৰ হাতলৈ গলেও তেওঁৰ জন্মগত উপবীতৰ অধিকাৰী আন কোনো হব পৰা নাই। গাঁৱৰ পুৰণি বংশৰ অলপ ধনবিত থকা মানুহবিলাকে ধৰ্ম্মেশ্বৰ দেউক মান কৰে; তদুপৰি আদালতৰ খুটিনাটিত ধৰ্ম্মেশ্বৰ দেউৰ গুণ নৰখানিলেও চলে। মহিম ঠিকাদাৰে আদালতৰ সহায়েৰে তেওঁক ধনত দুখীয়া কৰিলে হয় কিন্তু জ্ঞানত তাৰ চাৰিগুণ আগবঢ়াই দিলে।

আজি-কালি আদালতৰ কিবা দিহা পৰামৰ্শ লাগিলে গাঁৱৰ প্ৰত্যেকেই এবাৰ দেউৰপৰা দিহা পোৱা লৈ যায়। ধৰ্ম্মৰ ব্যৱস্থা দিয়াত, মেলে দৰ্পৰে দেউ নহলেতো সৰ্ব্বনাশ। মেলত যি পক্ষত দেউ নাথাকে তাৰ ভাগ্য অপ্ৰসন্ন, সি দঁৰ নভৰাকৈ সৰাটো বা এঘৰীয়া নোহোৱাটো ভাবিবকে নোৱাৰি। এই অশৌচৰ আন্দোলন লৈয়ে গাঁওখন তুফাল হল। মহিম ঠিকাদাৰে জয়ে জয়ে শুদিৰসকলেও এঘাৰ দিনতে অশৌচ খেদাব পাৰে বুলি ৰাইজক শুনাই দিলে। আৰু তেওঁ মাকৰ মৃত সৎকাৰ তদনুৰূপ এঘাৰ দিনতে শেষ কৰিলে। মহিম ঠিকাদাৰৰ হাতৰ মানুহ কেইজন মানে অগত্যা ভয়ত শ্ৰাদ্ধত খোৱা বোৱা কৰিলে। কিন্তু বেছি ভাগ মানুহে ধৰ্ম্মেশ্বৰ দেউৰ নেতৃত্বত মহিম ঠিকাদাৰ আৰু তেওঁৰ মাকৰ শ্ৰাদ্ধত খোৱা দলক এঘৰীয়া কৰি থলে। তেওঁবিলাকৰ লগত জুই পানী পৰ্য্যন্ত বন্ধ হল। এই সূত্ৰপাত লৈয়ে পানীকুছি গাঁৱৰ যোৱা পাঁচোটা বছৰ অত ঘটনাৰে ভৰপূৰ গাঁৱত হোৱা মেল পঞ্চায়তৰ উপৰিও আদালতত মাহেকত তিনি চাৰিটা মোকৰ্দ্দমা লগা আছে। তাৰে শেহতীয়াটোৱে আজিৰ প্ৰসঙ্গ।

ফৌজদাৰীৰ বৰ হাকিমৰ আদালত। মানুহৰ ভিৰ। নতুন হাকিম তামিজুদ্দিন চাহাবৰ নাম ইতিমধ্যে মোকৰ্দ্দমা জগতত বেছ জনাজাত হৈ গৈছে। হাকিম চাহাব কলেজত থাকোঁতে ইউনিয়ন চেক্ৰেটৰীৰ গাদীৰপৰা সদায় সাম্যবাদৰ বক্তৃতা দিছিল। এতিয়া বৰহাকিম হোৱাৰ পৰা মনটো অলপ লীগপন্থী হৈছে। তাতে আজি উকীলো হৈছে দুয়ো পক্ষৰে জাকত জিলিকা দুজনে। বুঢ়া বঙালী উকীল দেবেন্দ্ৰ বাবুৰ চিনাকি নিদিলেও হয়। এওঁ যোৱা মহাযুদ্ধৰো আগৰেপৰা অসমত থাকি অসমীয়া মক্কেলৰ টকাৰে ধনী হৈ আজিলৈকে অসমীয়া জাতীয়তাৰ বিৰুদ্ধে চৰ্চ্চা কৰি সুকলমে ওকালতি চলাই আছে। আনজন আমাৰ মুক্তা শৰ্ম্মা; কংগ্ৰেছৰ বক্তৃতা মঞ্চত তেওঁৰ বক্তৃতাত ৰাচিয়াৰ হুবহু ছবি ফুটাই তুলি খেতিয়কসকলৰ হতাশ চকু এখন নতুন নতুন আশাৰে ভৰপূৰ কল্পলোকৰ সৃষ্টি কৰা কথা এতিয়াও বহুতে পাহৰা নাই। এতিয়া কংগ্ৰেছৰ ওপৰত গৱৰ্ণমেণ্টৰ দৃষ্টি কঠোৰ হৈছে, কংগ্ৰেছৰ মন্ত্ৰিত্বতো আনকি এছেম্বলীতো এজনো কংগ্ৰেছ সদস্য নাই। গতিকে গতিশীল মনোবৃত্তিৰ শৰ্ম্মা ডাঙৰীয়াই আজিকালি বক্তাবোৰত আগৰ উচ্ছাস

নকমালেও সুৰটোৰ ভিতৰত এটা ডাঙৰ বিপ্লৱ আনি দিছে। হিন্দু সংস্কৃতি আৰু স্বাৰ্থ ৰক্ষাত স্বয়ং সাভাৰকাৰেও এতিয়া শৰ্ম্মা ডাঙৰীয়াৰ উচ্ছ্বাস দেখিলে নিজৰ দৈন্যলৈ চাই লাজ পাব। পানী কুছিৰ মোকৰ্দ্দমাটোৱে এইবাবে শৰ্ম্মা ডাঙৰীয়াক আনুষঙ্গিক ধনকে দিয়া নাই হিন্দু ধৰ্ম্মৰ নিৰ্ম্মল আদৰ্শ ৰক্ষাৰ বাবে এটা লোভনীয় সুযোগো দিছে।

"তুমিয়ে বিয়াখনৰ পুৰোহিত আছিলা। নহয়নে? তোমাৰ নাম কি"—হাকিমে সোধে।

"হয়, কন্যাপক্ষৰ পুৰোহিত ময়ে আছিলোঁ! মোৰ নাম শ্ৰীধৰ্ম্মেশ্বৰ চক্ৰবৰ্ত্তী স্মৃতি বিদ্যাৰ্ণব।"

"ৰবা স্মৃতি বিদ্যাৰ্ণব অসমীয়া হিন্দু মানুহৰ উপাধি কেনেকৈ হলহে?"—নতুন হাকিমৰ খোকোজা লাগে।

"চক্ৰবৰ্ত্তী দেউৰ শাস্ত্ৰজ্ঞানত মুগ্ধ হৈ সমাজে তেখেতক সেই উপাধি গুণৰ পুৰস্কাৰ হিচাবে দিছে। সিয়ে তেখেতৰ নিৰাপৰাধতাৰ আন এটা প্ৰমাণ।" উকীল শৰ্ম্মা ডাঙৰীয়াই হাকিমক বুজাই দিয়ে।

"তুমি দোষী নে নিৰ্দ্দোষী ধৰ্ম্মক সাক্ষী কৰি কবা।"

"হুজুৰ ধৰ্ম্মক সাক্ষী কৰি কৈছোঁ। মই নিৰ্দ্দোষী, এইটো ফৰিয়াদিৰ চক্ৰান্ত, সি ধৰ্ম্মৰ ব্যভিচাৰী।"

ফৰিয়াদিৰ তলব হয়। ফৰিয়াদি আন কোনো নহয় আমাৰ সুপৰিচিত মহিম ঠিকাদাৰ। তেওঁৰ বৰ লৰা বিনয়ৰ বিয়া আছিল পৰহি। কইনা গাঁৱৰে তেলেকা বায়নৰ ছোৱালী জেউতি। বিনয় কলেজৰ তৃতীয় বাৰ্ষিকৰ লৰা, মনটো আদৰ্শপ্ৰৱণ। তেওঁৰ অনিচ্ছা স্বত্বেও বাপেকে বিয়াখন পাতিছিল। বিনয়ৰ এই যুদ্ধৰ দিনত বিয়া কৰাবলৈ মন অলপো নাছিল। তদুপৰি মনটো আছিল বৰ বিপ্লবী ধৰণৰ। সহপাঠিনী এগৰাকীৰ প্ৰতি ইতিমধ্যে গঢ়ি উঠা অনুৰাগে তেওঁক বিপক্ষে থিয় দিবলৈ আৰু বেছি বল দিছিল। কিন্তু শেহত বাপেকৰ মতেৰে জয় হল। তেলেকা বায়ন ঠিকাদাৰৰ পুৰণি শত্ৰু, মাহেকীয়া অশৌচপন্থী। কিন্তু মহিম ঠিকাদাৰৰ বৰ্ত্তমান হাতৰ মুঠিত। অলপতে নিলামত বায়নৰ সকলো সম্পত্তি ঠিকাদাৰে কিনি লৈছে। গতিকে তেওঁৰ ছোৱালীজনীৰ লগত বিনয়ৰ বিয়াৰ প্ৰস্তাব ঠিকাদাৰে নিজে কৰিলে যেতিয়া বায়নে তাৰ বিৰুদ্ধে উঠে কেনেকৈ ?

"তুমিয়ে বোধকৰোঁ মহিম হাজৰিকা ঠিকাদাৰ।" ঠিকাদাৰে হাকিমৰ কথাৰ উত্তৰ দিয়ে।

"তোমাৰ ধৰ্ম্মেশ্বৰৰ বিৰুদ্ধে কৰলগীয়া কি কি ?"

'হুজুৰ সি মোৰ পুৰণি শত্ৰু। পৰহি মোৰ বৰ

লবাটোৰ বিয়া আছিল। হুজুৰ সি মোক ডাঙৰ পৰক শালিলে হুজুৰ। মোৰ নাক কাটিলে।"

"কি নাক কাটিলে। ঠিককৈ কোৱা।" হাকিমৰ খং উঠে।

"হুজুৰ সি মোৰ বিয়াখন ভাঙিলে। হুজুৰ বায়ন হৈছে মাহেকীয়া দলৰ, মই হৈছোঁ এঘাৰ দিনীয়া দলৰ। হুজুৰ সেই বাবে বায়নৰ ছোৱালীৰ লগত সি বিয়াখন হবলৈ নিদিলে। গাঁৱৰ কিছুমান মানুহ অনাই বিয়াখন ভাঙি পয়মাল কৰি দিলে। হুজুৰ ৰভা পৰ্য্যন্ত ভাঙি পেলালে। মোৰ লবাটোকো আনকি কিবা আহুদি খুৱালে হুজুৰ। দৰাৰ সাজ পাৰ পিন্ধি আহি লবাই নিজেও দেখোন ৰভা ভঙাত লাগি গল।"

"কি এঘাৰ দিনীয়া মাহেকীয়া হেৰি?" হাকিমৰ মূৰ ঘূৰাই গল।

"অশৌচ"—বুঢ়া উকীল দেৱেন বাবুৱে অৰ্থপূৰ্ণ হাঁহি মাৰি কলে।

"অশৌচ!" হাকিমে কথাষাৰ বুজি নাপালে হবলা।

"চাৰ, বিনয়ে নিজে ৰভা ভাঙে কিয়? আগৰে পৰা শুৰিলৈকে কাৰচাজি। মিছাকৈয়ে ধৰ্ম্মপ্ৰাণ

পণ্ডিত এজনক আজি ফৌজদাৰী আদালতলৈ আনি অপমান কৰা হৈছে।" আবেগময়ী ভাষাৰে শৰ্ম্মা ডাঙৰীয়াই হাকিমৰ আগত অনুযোগ কৰে।

হাকিমৰ আউল লাগে। নথীলৈ চকু ফুৰায়। হঠাৎ বিনয় হাজৰিকাৰ নাম চকুত পৰে। হাকিমৰ সঙ্কেত মতে বিনয় হাজৰিকাক আদালতলৈ অনা হয়।

"তোমাৰেই নাম হবলা বিনয় হাজৰিকা, কলে-জৰ ছাত্ৰ।"

"হয়, মোৰেই নাম বিনয় হাজৰিকা।"

"তোমাৰ বাবাজানৰ কি বোলেনে পিতাৰৰ নাম মহিম হাজৰিকা নহয় নে? তুমিয়ে বিয়াৰ দৰা আছিলা?"

"হয়, ময়ে মহিম হাজৰিকা লৰা আৰু পৰহি বিয়াখন ভাঙোতা সকলৰ ভিতৰৰে এজন।"

"তাৰ মানে? তোমাৰ হৈছে কি?" হাকিম হতভম্ব হয়।

"শপত খোৱা, ধৰ্ম্মক সাক্ষী কৰি যি কম সঁচা কম বুলি।"—পিয়দাটোৱে সোঁৱৰাই দিয়ে।

"আজিলৈকে মই সঁচা কথা কোৱাত ধৰ্ম্মৰ সাক্ষী লব লগীয়া হোৱা নাই।"

"সেইটো আদালতৰ নিয়ম। তুমি তাক পালিবই লাগিব।"—হাকিমে নির্দ্দেশ দিয়ে।

"মই এনেয়ে সঁচা কৈ যাম চাৰ। তাৰ বাবে ধৰ্ম্ম সাক্ষী নালাগে। জগতত যি বিপ্লৱ আহিছে তাৰ আগত তথাকথিত ধৰ্ম্মৰ ভেটি খহি চুৰমাৰ হৈ যাব। তাত জিন্না সাভাৰকাৰ আদিৰ বাবে ঠাই নহব।"

"মনত ৰাখিবা—ই আদালত, তোমাৰ কলেজৰ ইউনিয়ন হল নহয়।"

"ভয় নাখাব, আজি-কালি কলেজত ইউনিয়ন হল নাই। গতিকে আপোনালোকৰ দিনৰ নিচিনা এতিয়া আমি বক্তৃতা দিবলৈকো সুযোগ নাপাওঁ। সেইহে আমি কাম কৰিবলৈ সুযোগ পাইছোঁ। আৰু মোৰ প্ৰথম প্ৰকৃত কামৰ আৰম্ভণি হৈছে সাতামপুৰুষীয়া পদ্ধতিৰে হোৱা বিয়াখন ভাঙি। ধৰ্ম্মেশ্বৰ দেৱে পুৰণিক ৰখাৰ জেদত, মই নতুনক আদৰি অনাৰ উৎসাহত। কিন্তু দুয়ো হলে ভাঙিলোঁ।"

"বিনয় তুমি তোমাৰ উচ্ছৃঙ্খল আবেগৰ বাবে আমাৰ সাতাম পুৰুষীয়া ধৰ্ম্মৰ সৌধ ভাঙিবা।" শৰ্ম্মা ডাঙৰীয়াই তেওঁৰ ওকালতি পক্ষাপক্ষ পাহৰি তৰ্ক আৰম্ভ কৰি দিয়ে।

"হয়, ডাঙৰীয়া।"

"অতদিনৰ পুৰণিকলীয়া সভ্যতা এটা নষ্ট কৰিবা। আজি ভাৰতৰ সভ্যতা কত প্ৰাচীন তাৰ গৌৰৱ—" শৰ্মাৰ আবেগ বাঢ়ি যায়।

"ডাঙৰীয়া, তেন্তে, আৰৰ, ভোট, ডফলাহঁতে তো আমাতকৈ কত পুৰণিকলীয়া। সিহঁত জানো আমাতকৈ বেছি সভ্য?"

"মিঃ শৰ্মা, আপোনালোকে কৰিছে কি? এইখন আদালত হে, ইয়াত সাম্প্ৰদায়িক কথাবোৰ উলিয়াইছে কিয়?"—হাকিম চাহবৰ তৰ্ক অসহ্য হয়। দেবেন বাবুৱে এটামাত্ৰ আমোদপূৰ্ণ কটাক্ষ কৰে।

বিনয়ে বুকু ফিন্দাই থিয় দিয়ে আৰু কয় "আপোনালোকে হবলা ভাবিছে যে এইদৰে সদায় আদালত পাতি গাঁৱৰ Vested Interest লৈ হাকিম উকিল হৈ চলি থাকিব। শুনক, আজি নতুন সভ্যতাৰ ঢৌ আহিছে। মই স্পষ্টকৈ কওঁ, এই বিয়াত মোৰ তুৰ্বোৰ আপত্তি। সেই বাবে মই জানি শুনিয়ে ৰভা ভাঙিছো। আৰু সেই দহদিনীয়া আৰু মাহেকীয়াৰ কাজিয়াখন। আপুনি তাক বুজাত অসুবিধা পাইছে চাগে। আপুনি মুছলমান,

মই হিন্দু হৈয়ো তাৰ অৰ্থ বুজিব নোৱাৰোঁ। সেইটো আৰু সেইৰ মজিত ৰফা কৰাই দিয়ক মৌলবী চাহাব।”

“হুজুৰ, মই কেতিয়াও ৰফা নহওঁ। বিচাৰত যি হয় হব।”—মহিম ঠিকাদাৰৰ উত্তৰ।

হাকিম কিং কৰ্ত্তব্যবিমূঢ় হয়। এনেকুৱা মোকৰ্দ্দমা পোৱা তেওঁৰ এয়ে প্ৰথম। যুদ্ধসুলভ সুযোগৰ বাবে তেওঁ আজি কেইদিনৰপৰা প্ৰথম শ্ৰেণীৰ হাকিমৰ ক্ষমতা পাইছে। সেই বাবে মোকৰ্দ্দমাটো ৰফা হোৱাত তেওঁৰো স্বাৰ্থ।

“মিঃ শৰ্ম্মা, মিঃ সেন মোকৰ্দ্দমাটো মাট্‌মিট্‌ কৰাই দিয়ক। মোকৰ্দ্দমাটো অলপ জটিল। দুয়ো পক্ষই টকা ভৰিব লাগিব।”

“হুজুৰ মোক ক্ষতি পূৰণ দিব লাগিব। মোক মহিমে হুজুৰ বৰ অপদস্থ কৰিলে। তাৰ পোতক আপোনালোকৰ নিচিনা ধৰ্ম্মাৱতাৰে নুতুলিলে আন কোনে তুলিব। হুজুৰ ধৰ্ম্মপ্ৰাণ মুছলমান; এই ব্ৰাহ্মণ-লৈ কৃপা কৰক।”—স্মৃতি বিদ্যাৰ্ণৱে কাকুতিত কয়।

“মিঃ সেন, আপোনাৰ অভিমত কি?”

“চাৰ, মক্কেল মাটমিটে অসম্মত। তেওঁ কেছটো চলাবাৰ চায়।” দেবেন বাবুৱে ব্যৱসায়িষ্কিকা বুদ্ধি খটায়।

"মৱো কওঁ, মোকৰ্দ্দমা চলাই ভাল। মহিমৰ নিচিনা ধৰ্ম্ম-বিদ্বেষীৰ ওপৰত আমি ক্ষতিপূৰণ দাবী কৰিছে এৰিম। বিনয়, তেতিয়া বোধকৰো তোমাৰো অলপ ধৰ্ম্মলৈ শ্ৰদ্ধা বাঢ়িব।"

'ধৰ্ম্মলৈ শ্ৰদ্ধা!"-বিনয়ৰ চকু তিৰবিৰাবলৈ ধৰে। এনেতে চাইৰেণ বাজি উঠে। শত্ৰু আক্ৰমণৰ আগ জাননী! গোটেইখন আদালতত হুলস্থূল লাগি পৰে। হাকিম চাহাবে ততালিকে ওচৰৰ স্লিট ট্ৰেন্সলৈ লৰ দিয়ে। তেওঁ কালি মাত্ৰ এ-আৰ-পিৰ নিৰ্দ্দেশ পুস্তিকাখন পঢ়ি লৈছে। পিচত বিৰাট শৰীৰ লৈ দেৱেন বাবুও লৰ ধৰে। তাৰ পিচে পিচে আটাইবোৰ গৈ ট্ৰেন্সত সোমায়। কেইখনমান শত্ৰু বিমান আহে। এটা এয়াৰ ক্ৰাকটৰ শব্দ উঠে— "গুকম্! গুকম্!! গুকম!!!"

এখন শত্ৰু বিমান জ্বলি মাটিত পৰে। পলাবলৈ ধৰোঁতে আন এখনে কাছাৰী ঘৰটোতে এটা বোমা পেলাই দিয়ে। ঘৰটো তেনেই চূৰ্ণ্চূৰ্ণ হৈ যায়। "আপোনালোকে দেখোন মোৰ উৎসাহকে বন্ধ কৰি দিছে। ইমান ভয় নে।" বিনয়ে কয়। "কোন বিনয়, মিঃ শৰ্ম্মাও দেখোন! এঃ আমি আটাইখনে একে ঠাইতে shelter লৈছোঁ নে কি?

"হয়, এইদৰে এই বিপদতে নহয় আগলৈকো আমি একেলগেই চলিব লাগিব। সৌৱা চাওকচোন—দেউতা আৰু দৈউলৈকো। ভয়তে ইজনে সিজনক কেনেকৈ সাৱটি ধৰিছে।"

'হেৰা তোমালোকে মাট্‌মিট্‌ কৰাহে।" —হাকিমে কয়।

'চাৰ আমি মৰলাম, একটু ছৰে বছুন।"

"ইঃ ভৈয়াই আমি দেখোন তেখেতৰ গাৰ ওপৰতে বহিছোঁ, হেৰি। উঠকচোন অলপ।"— অপ্ৰস্তুত হৈ বিনয়ে কয়। দূৰৈত অনক্ৰিয়েৰৰ দীঘল উঁকি শুনিবলৈ পোৱা যায়।

---

# ৰঙিয়া জংচন

দেৱতাসকলৰ গণনাত হয়তো তাৰ কোনো মূল্য নাই। ভাৰতীয় মানুহৰ তিনটা বছৰ দেৱতাসকলৰ সময়ৰ হিচাপত সাগৰে বাৰি বিন্দুবৎ। কিন্তু আমাৰ নিচিনা চিকিউৰিটি বন্দীৰ বাবে অনিশ্চিত তিনটা বছৰ — যাৰ ক্ৰমবৰ্দ্ধমান সংখ্যাত বাধা দিবলৈ সৰ্ব্ব শক্তিমান ভাৰতীয় পেনাল কোডৰ অধিকাৰ নাই—তিনটা যুগ। বিশেষকৈ যুদ্ধৰ এই অনিশ্চয়তাবোধৰ মাজত, ভাৰত ৰক্ষা বিধানৰ উখল-মাখলত।

ৰঙিয়া ষ্টেশ্যনটোৰ কথাকে কওঁ। ই ষ্টেশ্যন গুচি জংচন হোৱাৰ কথা আমাৰ মনতে নপৰে। কিন্তু নামৰ আভিজাত্যৰ লগত তাৰ চেহেৰাৰ সাদৃশ্যই কোনো দিনে সহযোগ ৰখা নাই। ওচৰৰে এইডেড্ হাইস্কুলখনে আজি—আজি এখন ডেস্ক, কালি এখন বোৰ্ড যোগাৰ কৰাৰ নিচিনাকৈয়ে ৰঙিয়া জংচনেও আজি এখন চাহ দোকান কালি এখন পাণ বিড়িৰ দোকানৰপৰা সংখ্যা বঢ়াই লৈয়ে সন্তুষ্ট আছিল।

কিন্তু আজি তিনটা বছৰৰ অৱসৰে বৰুিয়া জংচন নামৰ মৰ্য্যাদাই আনি দিয়া নাই, আনুষঙ্গিক ৰূপৰো ভৱ্যতা সানি দিছে। কিন্তু স্কুলৰ ? — ৰেলৰপৰা নামি সেই পিনলৈ চকু ফুৰায়ে বুজিছো আজিলৈকে তাৰ অস্তিত্ব ৰক্ষাৰ বাবে কিমান অকৃপণ দয়াৰ খৰচ কৰিব লগা হৈছে, যেনেকৈ হয় চিকিউৰিটি বন্দীক এলাৱেন্স দিওঁতে।

পাৰ্ব্বতীপুৰলৈ যোৱা গাড়ী আহি পাবলৈ এতিয়াও প্ৰায় আধা ঘণ্টা বাকী। গুৱাহাটী জেলৰ পৰা কালি বিপিনেও খালাচ পোৱাৰ কথা তেজপুৰ জেললৈকে খবৰ পঠাইছে—মই হেনো তাৰ লগত দেখা কৰিব লাগে বৰুিয়া ষ্টেচনতে। বিপিন বৰুৱাৰ ঘৰ গৌৰীপুৰত। তেজপুৰ জেলতে তাৰ লগত চিনাকি ; চিনাকিয়ে নহয় জেলৰ অভিজ্ঞতাই মিলাই দিয়া বন্ধুতাও। বাহিৰা জগতৰ খবৰ আমি কয়দীসকলে নাপালেও জেল-জগতৰ খবৰ পাবলৈ অসুবিধা নহয়। তাত জেল কর্তৃপক্ষৰ সতর্ক পহৰাও পৰাজিত। পৰহি ৰাতিয়ে খবৰ পাইছো কালি ৰাতিপুৱা তেজপুৰৰপৰা আমিয়ে অকল খালাচ নাপাম, গুৱাহাটীৰ পৰা বিপিনহঁতেও পাব। গুৱাহাটীৰ পৰা বদলি হৈ যোৱা এটা সাধাৰণ

কয়দীৰ দ্বাৰাই বিপিনে অনুৰোধটো পঠাইছে—তাক বাটতে লগ ধৰাৰ এই ব্যৱস্থা কৰি। গতিকে ঘৰৰপৰা আজি তিনি বছৰৰ বিচ্ছেদৰ আকৰ্ষণেও হাৰ মানিলে—বিপিনৰ অনুৰোধৰ আগত। তাৰৈ অপেক্ষা কৰিবলগীয়া হ'ল। ওৰে ৰাতিটোৰ ট্ৰেণ-ভ্ৰমণৰ পিচত আজিও আকৌ বস্তিয়াৰ যাত্ৰীৰ ভীৰত নিজকে মিলাই দি থিয় হৈ থাকিবলৈ মন নগল। দেহা আৰু মনে তাৰ বিৰুদ্ধে প্ৰতিবাদ জনালে। কিন্তু বহোৱে বা ক'ত! যি কি নহওক পইণ্টমেন এটাৰ জৰীয়তে এখন টুল জোগাৰ কৰি যেনিবা অলপ আত্মগৌৰৱ অনুভৱ কৰিলে। মলিয়ন গান্ধী টুপী আৰু জৱহৰ জেকেটৰ মূল্য এতিয়াও অন্ততঃ এই শ্ৰেণীৰ মানুহৰ মাজত তেনেই কমি যোৱা নাই। চুথাৰ চাধা ওৰে ৰাতিৰ খোৱাকীতে আদায়। এতেকে বিড়িৰ ধোঁৱাকে লগৰীয়া কৰি ভাবৰ মাজত সোমাই পৰিলে। মনলৈ আহিল নানান সমস্যা। ভাৰতৰ ৰাজনীতি, অসমৰ সমস্যা, লাইন প্ৰথা আৰু ছাহুলা মন্ত্ৰীসভা, ৰবদলৈ ছাহুলা সমজহ আৰু আমাৰ খালাচ। চ'ত মাহৰ বতাহে আহি মনটো হঠাতে উকঙা কৰি দি গল। নিজকে গোটেই পৃথিৱী খনতে তেনেই অচিনাকি যেন

লাগিল। এটা দীঘল হামিয়ে ওবে বাকিটো টোপনি নোহোৱাৰ বাতৰি দি গল। সমুখৰ পৃথিৱী খনেও যেন এটা দীঘলীয়া হামি মাৰিলে—গোটেই-খন যেন উদাস ফাকা। বিড়িৰ ধোঁৱাৰেই তাক পূৰাবলৈ চেষ্টা কৰিলোঁ।

"আপোনাৰ দিয়াচলাইটো দিয়কচোন।" হঠাৎ মনলৈ হুচ আহিল কোনোবাই মাতিছে। মোকেই। তন্দ্ৰাৰ ভাবটো জোকাৰি লৈ চকু দুটা মেলি দিলোঁ; সমুখতে এজনী চাৰি পাঁচ বছৰীয়া ছোৱালী। "আপোনাৰ দিয়াচলাইটো দিবনে?" চকু দুটা চিনাকি যেন লাগিল: দিয়াচলাইটো পায়ে তাই গুচি গল—ওচৰৰে মহিলা বিশ্ৰাম ঘৰলৈ। মই যে ইমান সময় মহিলা বিশ্ৰাম ঘৰৰ সমুখতে বহি টোপনিয়াই আছিলোঁ এতিয়াহে গম পালোঁ। মনটোক ঠেলি পঠালো ছোৱালীজনীৰ পৰিচয় বিচাৰি। চকু দুটা ইমান চিনাকি! ভাবি ভাবি কোনো ৰকমে ওবেটো নেপাই বিশ্ৰাম ঘৰৰ পিন-লৈকে চাবলৈ ধৰিলোঁ। ছোৱালীজনী কাৰ জানিবলৈ কৌতুহল বাঢ়িবলৈ ধৰিলে। ভাবিলো এইবাৰ যদি তাই আহে তেন্তে নিশ্চয় চিনাকি সুধিম। হঠাতে শুদা পকেটখনলৈ হাত যাওঁতে মনত পৰিল

দিয়াচলাইটোৰ কথা। ভাবিলোঁ। দিয়াচলাইটো ওভোতাই দিবলৈকেতো তাই আহিব। ছোৱালীজনী ওলাল। পোনহাটেই আহিল মোৰ ওচৰলৈ।

"দীন দাদা, আপোনাক বাইদেৱে মাতিছে আহক।" নিঃশঙ্কোচে মোৰ বাওহাতখনত ধৰি এক প্ৰকাৰ টানিয়ে লৈ গল। তাই কোন, কেলেই মাতিছে এতিয়া ইয়াত সুধিবলৈ সময় নাপালো।

ওয়েটিং কম নৌ সোমাওঁতেই ষ্টোভৰ শব্দৰ লগতে উপমাৰ হাঁহি এটাই সম্বৰ্দ্ধনা জনালে— "দীনদাদা, ইস আপোনাক চিনিবই নোৱাৰা হৈছে। অথনিৰেপৰা আপোনালৈকে চাই আছোঁ, প্ৰথমতে চিনিবকে পৰা নাছিলো।"

জেল আৰু ৰাজনীতিৰ দায়িত্বই মনৰ ওপৰত অলপ সংঘৰ্ষ আনি দিছিল। সি এই সময়ত বৰ কামত আহিল। "চি আই, ডি সকলৰ বাহিৰে আনে আমাক চিনা অলপ টানেই হৈছে উপমা।"

উপমাই কোনো উত্তৰ নিদিলে। তাৰ পৰিৱৰ্ত্তে আনি দিলে একাপ চাহ। চাহকাপ নিতান্তই জৰুৰী আছিল। পকেটৰ মনিবেগে দেৱলীয়া ঘোষণা কৰাত আজিলৈ ৰাতিপুৱাৰ চাহখোৱাৰ পৰ্ব্ব এৰাই হৈছিল আপাততঃ। এতেকে

এডাল দীপকাঠিৰ বিনিময়ত পোৱা এই অপ্ৰত্যাশিত চাহৰ তৃপ্তিও আছিল অপ্ৰত্যাশিত ।

আজি তিনি বছৰৰ মূৰত উপমাৰে দেখা দেখি। উপমা মোৰ কোন আৰু উপমা মোৰ কি তাক আজি কোৱাটো অবাঞ্ছনীয় । কিন্তু তিনি বছৰ আগতে উপমা মোৰ কি আছিল তাক বিচাৰিবলৈ হলে মোৰ তৰুণ মনৰ অতদিনৰ আশা উৎসাহ আন কি জেলত লিখা গল্প আৰু কবিতা-বোৰো ফঁহিয়াব লাগিব । উপমাক দেখিয়েই বুজিছিলো তেওঁৰ জীৱনত ডাঙৰ এটা পৰিৱৰ্ত্তন হৈছে । সাজপাৰ দেখিয়ে প্ৰথমতে অলপ অনুমান কৰি লৈছিলোঁ। পৰিৱৰ্ত্তনটো কিমান দূৰলৈ হৈছে তাক ভাবিবলৈ মনৰ সাহ নাছিল। গতিকে নিজে উপযাচি সুধিবলৈকো সাধ্য নহল । নিৰ্ব্বাক নিস্পন্দ ভাৱেৰে এবাৰ উপমালৈ চাই ললোঁ ।

"এখেতেই আমাৰ দীন দাদা তৰুণ, কংগ্ৰেছৰ নেতা। তেজপুৰতে আজি তিনিবছৰ কটালে জেলত।" উপমাই তৰুণৰ লগত অতি পৰিচিত ব্যৱহাৰৰ দ্বাৰা মোৰ লগত তাৰ অপৰিচিত অৱস্থা ঘুচাবলৈ চেষ্টা কৰে।

"এওঁ তৰুণ ক'ৰ ?' খোকাথুকিকৈ সুধিবলৈ বাধ্য হওঁ।

"বুলু, কেইটামান বিস্কুট দেচোন দাদাক।" উপমাই ভনীয়েকলৈ হুকুম কৰে। সমুখৰ চাহৰ শুদা কাপটোৰ নিচিনাকৈয়ে উত্তৰ নোহোৱাকৈ বৈ যায় মোৰ প্ৰশ্নটো। তৰুণেও উপমাৰ পিনলৈ ৰ-লাগি চাই থাকে ; বোধহয় মোৰ প্ৰশ্নৰ সমাধানৰ ভাৰ তেওঁৰ গাতে শোধাই দি। উপমাই একো নামাতে। তাইৰ চকুৰেদি পানী ববলৈ ধৰে। উপস্থিতি অনুচিত বুলিয়ে চাগৈ তৰুণো ওলাই যায় বাহিৰলৈ। বুলুৱে কেইখনমান ক্ৰীম ক্ৰেকাৰ প্লেটখনত থৈ পৰিস্থিতি দেখি থতমত খায়। মোৰ বুকুখন চপ-চপাবলৈ ধৰে। জেলৰপৰা ওলাই আহোতে যি কোনো অৱস্থাৰ বাবেই মনক সাজু কৰি আনিছিলো। আজি তিনি বছৰৰ ভিতৰত মোৰ অজানিতে হোৱা নানা পৰিবৰ্ত্তনৰ লগত ফেৰ পাতিম বুলিয়ে ভাবি আহিছিলো। কিন্তু পৰিবৰ্ত্তনৰ এই প্ৰথম কিস্তিৰ গভীৰতা দেখি শিহৰি উঠো। মুখৰ কথা আপোনা অপুনিয়ে থমকি ৰয়। উপমাৰ বৰ্ত্তমান জীৱনৰ খবৰ জানিবলৈ মনটোও কুচি যায় স্বাভাৱিক ৰকমে। তেওঁ নিজেই আৰম্ভ কৰে, "দাদা আচৰিত নহব,

ভাগ্যৰ লিখন নাযায় খণ্ডন; মোৰ বিয়া হৈ গল যোৱা বৌলিয়েই। তৰুণ মোৰ দেৱৰ। ককায়েক এজন ডাঙৰ কণ্ট্রাক্টৰ। আগৰ ঘৰ ৰণাকুছিত, এতিয়া তেজপুৰত।” স্বাভাৱিক ভাৱেই উপমাই কৈ যায় মোলৈ লক্ষ্য নকৰাকৈয়ে। উপমাৰ চকু হুটালৈ চাওঁ, তাত এতিয়া চকুলোৰ চিন নাই।

‘নবৌ, ওলোৱা ট্রেণৰ সময় হল।’ তৰুণে আমাক সজাগ কৰি দিয়েহি। “মোক দীন দাদাই গাড়ীত তুলি দিব নহয়নে বাইদেউ।” বুলুৱে ইতিমধ্যে অধিকাৰৰ স্বাভাৱিক দাবী ঘোষণা কৰে।

উপমাহঁতক গাড়ীত তুলি দিওঁ। যোৱা নিশা যি বাটেৰে মই আহিছো আজি দুপৰীয়া সেই বাটেৰেই উপমা তেজপুৰলৈ যাবগৈ। মই আহিছো তৃতীয় শ্রেণীত, তেওঁ যাব দ্বিতীয় শ্রেণীত।

গাড়ীয়ে হুইছেল দিয়ে। তৰুণে কয়, “আমালৈ নেপাহৰে যেন। তেজপুৰলৈ আহিলে আমাৰ পিনলৈকো পাক মাৰিবনে? নমস্কাৰ।”

গাড়ী এৰি দিয়ে।

“দাদা” উপমাই সোঁ-হাতখন আগবঢ়াই দিয়ে, “এয়া তোমাৰ দিয়াচলাই। লাগিব পাৰে নিয়া।”

গাড়ীৰ বেগ বাঢ়ি আছে । পকেটত থকা শেষ বিড়িটোৰ সহায় বিচাৰো । দিয়াঁচলাইটো মেলোতেই ওলাই পৰে এখন এশ টকীয়া নোট !

ষ্টেশ্যনৰ বাহিৰত জাতীয় পতাকাৰে সৈতে বংগ্রেছ কৰ্ম্মী সকলৰ এটা সমদল । তেওঁলোকে মোক আগবঢ়াই নিবলৈ আহিছে ।

—:+:—

# গ্রহৰ ফেৰ

আজি ৰাতি পুৱাৰপৰা নবীন কেৰাণীৰ অথন্তৰৰ সীমা নাই । আন দিনাখন শুই উঠোতে প্রায় আঠমান বাজে । ফিকা চাহটোপা খাই উঠি বিড়িটো শেষ কৰিলেই গা ধুবৰ সময় হয় । নহলে সিফালে অফিচ সময় মতে পোৱাগৈ নাযায় । যোৱা নিশা কেৰাণীৰ ভালদৰে টোপনিয়ে হোৱা নাই, নানা প্রকাৰৰ ভয় লগা সপোনবোৰে আহি তেওঁক বৰ আমনি কৰিছে । তথাপিও আনদিনাৰ নিচিনা সাৰ পাওঁতে পলম হব বুলি ভাবি সিপাৰৰ নবেন মৌজাদাৰৰ ঘৰৰ পৰা এলাৰ্ম্ম ঘড়ীটো খুজি আনি

চাবি বজাত এলাৰ্ম দি থৈছিল। কিন্তু এলাৰ্মে তেওঁক আঁক জগাব লগীয়া হোৱা নাই। তেওঁ তাৰ আগতে বিচনা এৰিছে।

আজি নবীন কেৰাণীৰ জীৱনত ডাঙৰ দুৰ্ব্বিপাক। তেওঁ কেনো দিনে এনেদৰৰ বিপদৰ লগত অকলে ফেৰ মাৰিব লগীয়া হোৱা নাই। আজি ১০ বজাৰ সময়ত জিলাৰ বৰ চাহাবে তেওঁলোকৰ অফিচ চাব। বৰ কেৰাণী কালিয়েই গল সিপাৰলৈ। সিপাৰৰ ডেইৰী ফাৰ্ম্মখনো বৰচাহাবে চাব, তাতে কেৰাণীক থাকিবলৈ হুকুম দিয়া হৈছে। গতিকে আজি নবীন কেৰাণীৰ ভাগতে তেওঁলোকৰ অফিচখন বৰ চাহাবক দেখুৱাৰ ভাৰ পৰিছে। এনেকুৱা বিপদৰ আগত তেওঁ আগেয়ে কোনো দিনে পৰা নাই।

এইখিনিতে তেওঁলোকৰ অফিচখনৰ এটা চমু পৰিচয় লোৱা ভাল। কাসজাৰা নৈৰ পাৰত চৰকাৰী ফাৰ্ম্ম এখন খোলাৰ আজি এছৰ হল। এই ফাৰ্ম্ম-খনৰ অফিচটো পূব পাৰে আৰু গৰু ছাগলীবোৰ ৰখা হয় সিপাৰে। ষ্টেশ্যনৰে পৰা সহজতে পোৱাকৈ অফিচ ঘৰটো সজোৱা হৈছে; কাৰণ স্থানীয় ৰেলৰ ষ্টেশ্যনটোও হৈছে নৈৰ পূব পাৰতে।

ষ্টেশ্যনৰ পৰা অফিচলৈ পোৱা যাইলো নহয় । কিন্তু নৈৰ ইপাৰে ঘাঁহৰ নাটনি, সিপাৰে হ'লে অপৰ্য্যাপ্ত ঘাঁহ। এই সুবিধা লৈয়ে এই ফাৰ্ম্মখন দুয়োপাৰে বিয়পি পৰিছে। ফাৰ্ম্মখনৰ তত্ত্বাবধানত মাথোন তিনিজন চৰকাৰী কৰ্ম্মচাৰী । বৰ কেৰাণী জন বঙালী বাবু—ৰাজকিশোৰ ৰায় । ঘৰ মৈমনসিং জিলাত । তেৱেঁই এই ফাৰ্ম্মখনৰ মেনেজাৰ বা বৰ কেৰাণী আৰু তেওঁৰেই সহকাৰী হৈছে আমাৰ এই নবীন শইকীয়া । তেওঁ আগেয়ে কোনোবা প্ৰাইমাৰী স্কুলত চাকৰি কৰিছিল । নতুনকৈ ফাৰ্ম্মখন খোলাত ২০৲ টকাকৈ দৰ্ম্মহা পাই আগৰ বাৰ টকীয়া এৰি এই কামত সোমোৱাৰ তেওঁৰ আজি মাথোন ছমাহহে হল। তেওঁৰ চাকৰি এতিয়াও চিৰস্থায়ী হোৱা নাই । তৃতীয় জন হৈছে ইয়াৰ চৌকীদাৰ। সি হিন্দুস্থানী, নাম সুখ-দেও। সি আগেয়ে চহৰৰ কোনোবা ভদ্ৰলোকৰ ঘৰত মালী কাম কৰিছিল। বৰ কেৰাণী বাবুৱে তাক চাকৰিটো দি ইয়ালৈ লৈ আহে ! নবীন শয়কীয়াই জীৱনত কোনো দিনে চাহাবৰ লগত কথা কৈ পোৱা নাই। ওচৰৰ হাইস্কুলৰ ৭ম মান শ্ৰেণীলৈ পঢ়িয়ে ইংৰাজী বিদ্যাক

বিসৰ্জ্জন দিয়ে। গতিকে আজি বৰ চাহাবৰ লগত কেনেদৰে কথা পাতিব, তাকে ভাবি কালিৰেপৰা তেওঁৰ মনলৈ শান্তি অহা নাই। মানুহৰ বিপদ অকলে নাহে। চাহাবেনো আগতে কোনো খবৰ নিদিয়াকৈ হঠাতে আজিহে ওলাবলৈ পালেনে? কালি অফিচলৈ গৈয়ে প্ৰথম ডাকতে বৰ চাহাবৰ এই অভিপ্ৰায় শুনি তেওঁৰ মনত বৰ ভয় লাগিছে। তাৰ পিচত বৰ কেৰাণীও আঁতৰি থাকিব লগীয়া হোৱা শুনি তেওঁ ভাবি চিন্তি কোনো উপায় পোৱা নাই। চাহাবৰ লগত কেনেকৈ কথা কব? কিবাৰ ঠাইত যদি কিবা কৈ পেলায় তেনে হলেতো চাউলে চৰুৱে তেনেই তললৈ গল। কালি অফিচৰপৰা ঘামি জামি উভতি আহিয়ে ঘৈণীয়েকক এই দুৰ্ভাগ্যৰ খবৰ শুনাইছে। তদুপৰি পাঁচহি গণক বাপুৱে কৈ গৈছে এইবেলি হেনো তেওঁৰ প্ৰতি ৰোহিণী নক্ষত্ৰ আৰু শনিগ্ৰহৰ কোপদৃষ্টি পৰিছে। ঘৈণীয়েকে উপায় নাপাই নবগ্ৰহলৈ এভাগ পূজা আগ কৰিছে — যাতে আজি গিৰিয়েকৰ কোনো অমঙ্গল নহয়। নামঘৰলৈ এখন শৰাই আগ বঢ়োৱা হৈছে।

ৰাতিপুৱাতে গা পা ধুই ইষ্ট গুৰু স্মৰি নবীন

কেৰাণীয়ে এটোপা চাহ মুখত দি অফিচলৈ খুলি খোজ দিছেহে মাথোন, এনেতে কোনোবা ফালৰ পৰা তেওঁৰ সৰু ছোৱালী বাণী ওচৰলৈ দৌৰি আহি সুধিলে, "দেউতা, কলৈ যায়?" "শ্ৰীৰাম বিষ্ণু! অমঙ্গল। অমঙ্গল—" নবীন কেৰাণীৰ চকু ঘোপা হৈ গল। যাত্ৰাৰ সময়তে পিচ ফালৰ পৰা মতাটোয়ে কি অমঙ্গলীয়া কথা তাক জানোতা জনাইহে জানে! তথাপি ঈশ্বৰক চিন্তি ভাগ্যক ধিয়াই অফিচলৈ আগবাঢ়ি গল। অফিচলৈ আহি তেওঁ আচৰিত হৈ পৰিল। চাৰিওফালে সুখদেৱে ফুলৰ টাব মালা (মলা) সজাবলৈ ধৰিছে। অলপ ভয় আৰু বিস্ময় মিহলোৱা আনন্দেৰে কেৰাণীয়ে সুধিলে—"সুখদেও! এতনা ফুলগছ কাহাঁছে লায়া হ্যায়!" "সুখদেৱে হাঁহি উত্তৰ দিলে, "বাবু আজি বৰা চাহাবকো বহুত খুছি হব। ম্যয় বহুত বঢ়িয়া ফুলকা পেৰ লাইছে। মৌজাদাৰ চাহা-বকো ঘৰচে।" নবীন কেৰাণীয়ে কথাটো বুজি পাবলৈ সময় নালাগিল — কাৰণ তেওঁ নৰেন মৌজাদাৰৰ ফুলৰ বাগান খনৰ কথা ভালদৰে জানে। নৰেন মৌজাদাৰৰ ফুলৰ বৰ চখ। নানা ৰকমৰ বিলাতী ফুলৰ খেতি কৰে তেওঁ। আজি সুখদেৱে

মৌজাদাৰক কৈ ভালেমান ফুলি থকা ফুলৰ ডাল কাটি আনিছে আৰু তাকে একোটা টবত মাটি দি দি কই দিছে। এনেয়ে ধৰিব নোৱাৰি যে সেইবোৰ শিপা নথকা ডালহে কই দিয়া হৈছে। সুখদেৱৰ আগৰ মালী কামৰ অভিজ্ঞতা আজি যথেষ্ট কামত আহিছে! সি গোটেই খন অফিচৰ বাৰান্দা আৰু আগ চোতালখন ফুলেৰেই আটোম টোকাৰিকৈ সজাই পেলাইছে।

অৱশেষত নিৰ্দ্দিষ্ট সময় চমু চাপিল। ন বাজি ৪০ মিনিট যাওঁতেই ৰেল আহি ষ্টেশ্যন পালে। নবীন কেৰাণীৰ বুক ঢপ ঢপাবলৈ ধৰিলে। প্ৰায় ২০ মিনিটমান পিচতে বৰচাহাবৰ মটৰ আহি অফিচৰ সমুখ পালে। লৰাঢপৰাকৈ কেৰাণী আৰু মালী দৌৰি গল। সুখদেৱে দীঘলকৈ চেলাম এটা দি অফিচৰ কম্পাউণ্ডৰ দুৱাৰখন মেলি দিলে। নবীন কেৰাণীয়ে গ্ৰহ-নক্ষত্ৰক স্মৰি কঁপি কঁপি হাতখন কপালত থৈ কলে, "গুড মৰ্ণিং চাৰ।" চাহাবে প্ৰতি নমস্কাৰ জনাই ভিতৰ সোমাল। ভিতৰ সোমায়ে তেওঁ অফিচখন দেখি ইংৰাজীতে কৈ উঠিল "তোমাবোতো ফুলৰ বেচ চখ। আজি এবছৰৰ ভিতৰতে ইমান ধুনীয় ফুলৰ বাগান

সজাই পেলাইছা।” কেৰাণীয়ে বিবুধিত পৰি•কৈ উঠিল, “হয় চাৰ ।” বৰ চাহেবে ইজোপা ফুলৰ পৰা সিজোপা ফুল লক্ষ্য কৰি চাই যাবলৈ ধৰিলে। কেৰাণীয়ে মনে মনে সুখ দেওকা শাও দিবলৈ ধৰিলে। এই বঙালৰ কুবুদ্ধিতে আজি তেওঁৰ সৰ্ব্বনাশ হয় এতিয়া। তাক কিহে পাইছিল এই ফুলবোৰ আনিবলৈ। চাহাবে যদি হাতেৰে ছুই চায়, উঘালি আহিলে কি হব! তেতিয়াতো সকলো ধৰা পৰিব! কেৰাণীৰ বুকু ভয়তে কলা পৰি গল। এই বিপদত ভগৱানে ৰক্ষা নকৰিলে কি উপায় এজোপা ধুনীয়া গিলডিয়া দেখি চাহাব থমকি ৰল। তেওঁ কেৰাণীক সুধিলে, “তোমালোকৰ মাতৃ ভাষাত এই ফুলৰ নাম কি?” নবীন কেৰাণীৰ বুকুত ভূমিকম্পৰ সৃষ্টি হল। তেওঁৰ মুখৰ পৰা হঠাৎ আগৰেপৰা মুখস্থ হৈ থকা এটা নাম ওলাই গল “ৰোহিণী।” চাহাবৰ কৌতুহল বাঢ়ি গল। এজোপালৈ আক আন লক্ষ্য কৰি সুধিলে, “ইয়াৰ একা?” কেৰাণীৰ সাহ বাঢ়িল। তেওঁ নভৰা নিচিন্তাকৈ কৈ উঠিল “ভৰণী।” তাৰ পিচত চাহাবে যিমানে ফুলৰ নাম সুধিলে, সিমানে তেওঁ সকতে মুখস্থ কৰা জ্যোতিষৰ গ্ৰহ আক নক্ষত্ৰ

বিলাকৰ নাম মাতি দিলে। চাহাব বৰ সন্তুষ্ট হল। কাৰণ তেওঁ বিলাতৰ পৰা অহাৰ বেচি দিন হোৱা নাই। এই বিলাতী ফুলবিলাকৰ নামবোৰ শুনি তেওঁ বৰ ভাল পালে। এইদৰে গোটেইখন অফিচতে এপাক মাৰি চাহাব সিপাৰলৈ যাবলৈ ওলালে আৰু মন্তব্য কৰিলে যে তেওঁ নবীন কেৰাণীৰ অফিছ চাই বৰ সুখ পালে। বিশেষকৈ তেওঁৰ ফুলপ্ৰীতি চাহাবৰ হেনো চিৰ কাললৈ মনত পৰি থাকিব। নবীন কেৰাণীয়ে দীঘলকৈ চেলাম ধুকি চাহাবক ন্যাৱত তুলি দিলে। ওপৰলৈ হাতজোৰ কৰি কলে—“উঃ ভগৱান আজি, বৰ ৰক্ষা কৰিলা।”

সিপাৰলৈ আহি প্ৰায় এঘণ্টামান গৰু আৰু ছাগলীবোৰ চাই চাহাবে ওচৰৰ গাওঁখনতো এপাক মাৰি চাবলৈ ইচ্ছা কৰিলে। বিশেষকৈ তেওঁৰ বাবে স্থানীয় মৌজাদাৰ নৱেন চৌধুৰীয়ে চাহ খোৱাৰ ব্যৱস্থা কৰি ৰাখিছে। এতেকে চাহাবে তালৈকে যাওঁতে লগতে ফাৰ্ম্মৰ বৰ কেৰাণী বাবুকো লৈ গল।

মৌজাদাৰৰ ফুলৰ বাগানৰ মাজতে এখন চন্দ্ৰাতপ তৰি চাহ খোৱাৰ যোগাৰ কৰা হৈছে। চাহাবে

আহিয়ে ফুলৰ বাগানখন দেখি প্ৰশংসামুখৰ হৈ উঠিল। আজি নবীন কেৰাণীৰ পৰা ভাৰতীয় ফুল বিজ্ঞানৰ জ্ঞান পাই তেওঁৰ চাহৈ মনৰ কৌতুহল আৰু বাঢ়ি গৈছে। চাহৰ কাপটো হাতত লৈয়ে তেওঁ এজোপা ধুনীয়া হলি-হুকলৈ আঙুলিয়াই বৰ কেৰাণীক সুধিলে, "সেইজোপা ফুলৰ নাম তোমালোকৰ ভাষাত কি?" বৰ কেৰাণী বাবুৱে ভাবি চিন্তি কোনো নাম নাপাই মূৰ খজুৱাই কলে," চাৰ মই নাজানো।" তাৰ পিচত এজোপা ডালিয়া দেখুৱাই সুধিলে, 'ইয়াক তোমালোকে কি বোলা।" কেৰাণীয়ে নাম কব নোৱাৰিলে। চাহাবে আন এজোপা ফুলৰ ভাৰতীয় নাম সুধি সেই একে উত্তৰকে পালে। চাহাবৰ বৰ খং উঠিল। তেওঁ খঙেতে কৈ পেলালে, "তুমি কোনো কামৰ মানুহ নোহোৱা। সোৱা তোমাৰ সহকাৰী কেৰাণীজনে দেখোন মোক সকলোবোৰ ফুলৰ নাম কৈ দিলে। বেচ পাকৈত মানুহজন। মই তেওঁৰ পদোন্নতি কৰি দিম।" এই বুলি চাহাব মটৰত উঠিল।

পিচদিনা ৰাতিপুৱাই বৰ কেৰাণী বাবু ৰাজকিশোৰ ৰায় নবীন শইকীয়াৰ ঘৰত হাজিৰ হল। বৰ কেৰাণী এনে সময়ত উপস্থিত হোৱাত তেওঁ

আচৰিত হল আৰু মনে মনে ভয়ো লাগিল। চাহাবে চাগৈ তেওঁক ঠগাৰ কথা কেনেবাকৈ গম পালে। তাকে কবলৈ আজি বৰ কেৰাণী তেওঁৰ ঘৰলৈ আহিছে। তেওঁ ভয়ে ভয়ে সুধিলে "এনে অসময়ত দেখোন চাৰ!" ৰাজকিশোৰ বাবুয়ে কোনো পাতনি নেমেলাকৈ প্ৰশ্ন কৰিলে—"হেৰি শইকীয়া আপুনি কালি বৰ চাহাবৰ আগত বিলাতী ফুল-বোৰৰ ভাৰতীয় নাম কি দৰে কলে। চাহাবতো আপোনাৰ ওপৰত বৰ সন্তুষ্ট। আপোনাক হেনো প্ৰমোচন দিব।" নবীন শইকীয়াৰ মুখত হাঁহি বিৰিঙিল। গম্ভীৰ ভাৱে উত্তৰ দিলে, "ই গ্ৰহৰ অনুগ্ৰহ চাৰ। গ্ৰহৰ অনুগ্ৰহ!" বৰ কেৰাণী বাবুৰ মুখৰ পৰা একো মাত নোলাল।

— — —

# "কামাখ্যাৰ মানং"

প্ৰাচীন কামৰূপীয়া ব্ৰাহ্মণ পৰিয়ালত জন্মিলেও মোৰ মনটো আজি-কালি ধৰ্ম্মবিৰোধী হৈ পৰিছে। গণতন্ত্ৰ, সাম্যবাদ আৰু ফ্ৰয়েডৰ প্ৰভাৱত ধৰ্ম্মৰ প্ৰতি এটা অদমনীয় ক্ষোভ নিজৰ অন্তৰত জন্মাই তুলিছোঁ। বৈজ্ঞানিক ভৌতিকবাদ বা ডায়েলিক্‌-টিকচৰ শ্লোক মাতি সময়ে সময়ে বক্তৃতা-মঞ্চতো নাম কৰিছোঁ। আজিও কেইজনমান প্ৰগতিবাদী বন্ধুৰ লগত নলবাৰী অঞ্চললৈ যাম বুলি ওলাইছো। আমি অহা বাচখন নানা প্ৰকাৰৰ শ্লোগানেৰে মুখৰিত হৈ উঠিছে। গুৱাহাটীৰ ফাঁচীবজাৰৰপৰা পাণ্ডু ষ্টেশ্যন পাওঁতে ২০ মিনিট মান সময় লাগে। কিন্তু আজি আমাৰ মানত সি তেনেই দুই কি তিনি মিনিট মানহে লাগিছিল।

যুদ্ধৰ লগে লগে অসমৰ চেহেৰা ভালেখিনি সলনি হৈ গৈছে। পাণ্ডু ষ্টেশ্যনেও এই পৰিবৰ্ত্তনৰ আগ-ভাগ নোলোৱাকৈ থকা নাই। পাণ্ডুৰ পৰিসৰ বৃদ্ধিৰ লগে লগে যাত্ৰীৰ ভিৰো বাঢ়ি গৈছে। হেচি-খেলি নিজক আগবঢ়াই নিনিলে ফেৰী জাহাজ-

খনত ঠাই পোৱাই টান। অৱশ্যে আমি আহিছো এটা দল লৈ। এতেকে আমাৰ বাবে যাত্ৰীৰ ভিৰ একো বাধা নহয়।

"বাবু, আপুনি কামাখ্যা মাৰ পাণ্ডা নে কি ?" পূৰ্ব্ববঙ্গীয় ভাষাৰে এজন মানুহে মোৰ মুখলৈ চাই এই প্ৰশ্নটো কৰাত সঁচাকৈয়ে অলপ অপ্ৰস্তুত হলো আৰু খঙো উঠিল। "কামাখ্যাৰ পাণ্ডা !" —সি আৰু মানুহ বিচাৰি নাপালে নে কি ? পাঞ্জাবী আৰু জৱহৰ জেকেটৰ আৱৰণ ভেদ কৰি ওলাই থকা ডিঙিৰ বাকী অংশলৈ চকু ফুৰাবলৈ চেষ্টা কৰিলো। কিন্তু কৰ্কালৈ হাত যোৱাত আশ্বস্ত হৈ পৰিলো যে ব্ৰাহ্মণত্বৰ একমাত্ৰ চিন যজ্ঞোপবীত ডাল পায়জামাৰ ৰছীৰ লগত বন্ধুতা পাতি নিৰ্ভয় মনেৰে বৈ আছে। টিকনি তো পাঠশালা স্কুলৰ প্ৰথম শ্ৰেণীতে বিসৰ্জ্জন দিছো। এতিয়া যি মুখেৰে মাৰ্ক্সৰ ডায়েলেক্‌টিক্সৰ আখৈ ফুটাও সেই মুখ মণ্ডলত সি কামাখ্যাৰ পাণ্ডাৰ কি চিনাকি পালে ? মোৰ খঙৰ মাত্ৰা চৰি গল যেতিয়া দেখিলো প্ৰশ্ন কৰোতা জন এজন মুছলমান। তাৰ মুখখন দাড়িয়ে গোঁফে ভোবোকাৰ। গাত ফটা চোলা এটা। বোধহয় তাক পিন্ধিবৰে পৰা ধোৱা হোৱা

নাই। কৰ্কালত এখন লুঙী; তাতো টাপলি মাৰোতে মাৰোতে তাৰো মৌলিক চেহেৰা একেবাৰে বদলি গৈছে। তাৰ ওচৰতে এজনী তিৰোতা আৰু এটা প্ৰায় দুবছৰীয়া মান কেচুৱা। কেচুৱাটোৰ হাড়-ছাল মাত্ৰ অৱশিষ্ট দেহা আৰু শেঁতা পৰা চকু দুটাই প্ৰমাণ কৰিছে তাৰ বাপেক মাকৰ আৰ্থিক সম্বলৰ নিঃসহায় সীমাবদ্ধতা। তিৰোতাজনীৰ বৰ্ণনা নিদিলেও চলে। মুঠৰ ওপৰত সিহঁত ভিক্ষাৰী শ্ৰেণীৰ বাহিৰে আন একো হব নোৱাৰে। এনে অৱস্থাত এই মুছলমান ভিক্ষাৰীজনৰ কামাখ্যাৰ মাৰ পাণ্ডাৰ প্ৰতি কৌতুহল হোৱাৰ কাৰণটো কি হল? কামাখ্যাৰ পাণ্ডাৰ বেচি ভাগেই ভিক্ষা লবহে জানে; দিব জনাৰ বাবে তেওঁলোকৰ খ্যাত মই আজিলৈকে কোনো দিনে শুনা নাই। এতেকে ‘কামাখ্যা মা’ৰ পাণ্ডাই তাৰনো কি সহায় হব পাৰে! তদুপৰি মোৰ নিচিনা আধুনিক মাৰ্ক্সৰ শিষ্য ধোবাৰ নতুন ইস্ত্ৰীৰে সৈতে খদ্দৰৰ সাজ পিন্ধি যোৱা ‘যুৱক এজনৰ ওপৰত কামাখ্যাৰ পাণ্ডাৰ বাব দিবলৈ তাৰ কি দৰ্কাৰ হল। মনটোলৈ নানা প্ৰকাৰৰ প্ৰশ্নবোৰ আহিবলৈ ধৰিলে। মই তাৰ কাললৈ অলপ সময়

হতভম্ব হৈ চাই থাকিলো। সি মোৰ পিনলৈ সোঁহাতখন আগবঢ়াই আকৌ তাৰ ভাষাৰে আৰম্ভ কৰিলে, "আপুনি নিশ্চয় কামাখ্যাৰ পাণ্ডা। এই অধমৰ প্ৰতি অলপ কৃপা কৰক। এই পইচা-খিনি আপুনি মাৰ পূজাত লগাব লাগিব।" মই আক আচৰিত হলো। তাৰ কাণ্ড দেখি থমক খাই গলো। মোৰ সহযাত্ৰী বন্ধু ইস্মাইলে সুধিলে "এ, তই হিন্দু নে মুছলমান ?" সি কলে— "মুছলমান, মোৰ ঘৰ মৈমনসিং জিলাত।" তাৰ জীৱনীৰ দীঘলীয়া বকলা আৰম্ভনীৰ আগতে মুৰি খোৱাৰ উদ্দেশ্যে মই সুধিলো—"তই যদি মুছলমান হেন্তে হিন্দু দেৱীৰ পূজা কৰ কেলেই। কামাখ্যা দেখোন হিন্দু গোসাঁনী।" এইবেলি তাৰ ঘৈণী-য়েকে মাত লগালে, "দেউতাইত, খোদাৰনো আক কি হিন্দু মুছলমান আছে। আজি দুমাহৰ পৰা মোৰ এই লৰাটোৰ জ্বৰ। চাওকচোন তাৰ দেহাৰ অৱস্থা।" মই কলো, "জ্বৰ হৈছে ঔষধ খুৱাৱা কিয় ?" গিৰিয়েকে উত্তৰ দিলে, "নকব আক দেউতা। কিমান দৰব খুৱালো। শ'লমাৰীৰ হাকি-মক দেখুৱাই দাম দিওঁতেই তিনি টকা গল। হাকিম চাহাবে দুখীয়া বুলি মোক কম দামতে

দেৱাই দিছে দেখিছে। নহ'লে দেৱাইৰ দাম আৰু বেছি হ'লহেঁতেন। গতিকে এইখিনি পইচা আজি চাৰি মাহৰপৰা সাচিছোঁ। কামাখ্যাৰ মাৰ পূজাত লগাব পাৰিলে মোৰ বাছা আমজেদ নিশ্চয় ভাল হব। দেউতা পইচাখিনি লৈ যাওক।" তাৰ সৰল অথচ অন্ধ বিশ্বাসটো দেখি ইস্মাইল আৰু মই হতবম্ব হৈ পৰিলো। আমাৰ লগৰীয়াবোৰ ইতিমধ্যে ওপৰ তালা পাইছেগৈ—চাহৰ অনুসন্ধানত। কিন্তু বাহিৰা মানুহ ভালেখিনি আমাৰ ওচৰত জুম খাইছেহি। মানুহবোৰলৈ চাই তিৰোতা-জনীয়ে কবলৈ ধৰিলে, "ভাইসকল ধৰ্ম্মৰ নো কি সৰু বৰ আছে। কামাখ্যা মাৰ শক্তিৰ ওপৰত কাৰ বিশ্বাস নাই। আমি সকলে পৰা শুনি আহিছো 'কামৰূপৰ কামাখ্যা মাওৰ কথা। আমি দুখীয়া মুছলমান হলো বুলি কামাখ্যা মাই আমাৰ পূজা নলব নে? মোৰ বাছাক ভাল কৰি নিদিব নে?"

মই তেতিয়া সিইঁতলৈ লক্ষ্য কৰি কলো, যে মই কামাখ্যাৰ পাণ্ডা নহওঁ। কলেজৰ ছাত্রহে। মতাজনে কলে, "দেউতা আপুনি তো পাণ্ডা ঠাকুৰক চিনি পায়। তেন্তে পইচাখিনি তেওঁৰ হাতত দিলেই হব। কামাখ্যাৰ মানৎ কোনে খাব?"

ইস্মাইলে মোলৈ চাই ইংৰাজীতে কলে, আমাৰ দেশক এই মধ্যযুগীয় অন্ধ সংস্কাৰেই খাব। মই সঁচাকৈয়ে লজ্জিত যে এই মানুহজন মোৰ সম্প্রদায়ৰ অন্তর্ভুক্ত। সিহঁত বাহি থকাৰ বাবে কুৰি শতিকাৰ দুনিয়াত স্থান নাই। সিহঁতৰ উপযুক্ত স্থান জাহান্নম।" মই ইস্মাইলক কি উত্তৰ দিম ভাবি নাপালো।

তিৰোতাজনীয়ে মোলৈ চাই আকৌ কাকুতি কৰিবলৈ ধৰিলে। "দেউতা, নিয়ক মাৰ মানৎখিনি। গৰীবৰ প্রতি এই ফেৰা দয়া কৰক। মোৰ বাছাক ভাল কৰি দিয়ক। আমি দুখীয়া মানুহ। দেউতাহঁতৰ ওচৰত খুজি খুজয়ে আজি চাৰি মাহে সেই পইচাখিনি যোগাৰ কৰিছো। দেউতা এই চাৰি অনা পইচাৰে মাৰ পূজা নহব জানো?" মই কি কম ভাবি নাপালো। সিফালে ইস্মাইল ক্ষোভ আৰু সতর্কতাপূর্ণ দৃষ্টিৰে মোলৈ চাই আছে। তথাপি মই ইস্মাইললৈ লক্ষ্য নকৰা যেন দেখুৱাই মানুহজনীক কলো, "হেৰ মই কামাখ্যাৰ পাণ্ডা নহওঁ। আৰু মই কামাখ্যালৈকো নাযাওঁ। এনেকে তহঁতৰ পইচা নি কি কৰিম! ভাতকৈ পইচাখিনিৰে কেচুৱাটোকে অলপ গাখীৰ কিনি খুৱাৰ কিয়?"

মিঞাই মোৰ ভৰিত গৰা মাৰি ধৰি কলে, 'ইয়া আল্লা, আপুনি জনা বুঢ়া মানুহ হৈ কি কথা কয় ? মোৰ বাছাৰ অন্যায় নকৰিব। কামাখ্যা মাৰ মানৎ খৰচ কৰা গুনাহ কাম।" তিৰোতাজনীয়ে মোৰ ভৰি দুখনত ধৰি কবলৈ ধৰিলে, "দেউতা আপুনি সহায় কৰক। মাৰ মানৎখিনি যেনে তেনে পাৰনি কৰিব। আমি গৰীব মানুহ খুজি মাগি এই বেলি দেশলৈ গলে আৰু মাৰ বাৰীলৈ কেনেকৈ আহিম, কত খৰচ পাম ? তদুপৰি মোৰ বাছাৰ কি হব ?" ইস্মাইলৰ আৰু সহ্য নহল। সি মাথোন মোলৈ চাই কলে, "প্ৰবীন, তোৰ ভিতৰত ইমান অন্ধসংস্কাৰ থকা বুলি মই আগেয়ে জনা নাছিলো।" পিচত সি দপদপকৈ ওপৰ মহলালৈ উঠি গল। "মই সিদ্ধান্ত কলো, অলপ সময় ৰবি ; মই পাণ্ডা ঠাকুৰৰ মাতি দিওঁ।"

"এ কি লাগে ! পাণ্ডা ! ছালা কোথাকাৰ, মুছলমান হৈ পূজা কৰ !" এই বুলি জাহাজৰ খালাচী এজন আগবাঢ়ি আহে। সি আমাৰ পৰা অলপ দূৰতে এখন কাঠ পাৰি নামাজ পঢ়ি আছিল। মিঞাই তাক দেখি অলপ ভয় খায়, আৰু কয় "আপুনি পাণ্ডা ঠাকুৰক চিনি পায় নে ?" সি

কয়, "অ, পাণ্ডা! দে তোৰ পইচা।" মিঞাই তাৰ হাতত এটা এটাকৈ ষোলটা তামৰ পইচা গণি দিয়ে। তিৰোতাজনীয়ে তাক "কয় দেউতা মনত ৰাখিব, এয়া মাৰ মানৎ! মাৰ পূজাত লগাওঁতে যেন পলম নহয়। কামাখ্যা মা! মোৰ বাছা যেন ভাল হয়। কামাখ্যা মাৰ মানৎ! ভালকৈ বান্ধি লওক!"

"কামাখ্যা মাৰ মানৎ" এটা চিনাকি শব্দ শুনিবলৈ পাওঁ। তালৈ চোৱাত দেখিবলৈ পাওঁ আমাৰ হোষ্টেললৈ প্ৰায়ে অহা কামাখ্যাৰ পাণ্ডা নৰেশ্বৰ ঠাকুৰ। তেওঁ বোধহয় যাত্ৰী বিচাৰি ইয়ালৈ আহিছে। মোক দেখি সুধিলে, "চৌধুৰী দেখোন, কি কামাখ্যা মাৰ মানতৰ কথা হেৰি!" মই ফেৰীৰ খালাচী জনলৈ আঙুলিয়াই দেখুৱাওঁ।

তেতিয়া তাৰ মুখত উল্লাসপূৰ্ণ এটা হাঁহি, বোধহয় বিজয়ৰ।

—·——

# কলীয়া গোঁসাইৰ থান

"আই ঔ, খালেঔ।" বিকট চিঞৰৰ এটা। চিঞৰটো যেন পুব পিনে থকা কলীয়া গোঁসাইৰ থানৰ ফালৰপৰা আহিছে। কলীয়া গোঁসাইৰ থানৰ কাষেদি ৰাতি মানুহ অকলশৰে নাযায়। তাত ভূত থকা বুলি বহুদিনৰেপৰা আমাৰ এই অঞ্চলৰ মানুহৰ মনত এটা বদ্ধমূল ধাৰণা বংশানুক্রমিক ভাৱে চলি আহিছে। কত জনে তাত নিজে ভূত দেখা বুলিও কয়। কিন্তু আমি ভূতৰ ওপৰত বিশ্বাস নকৰোঁ। তথাপি একেলগে আছো চাৰিজন। চাৰিজনে ব্ৰীজ খেলাৰ সঙ্গী। আমাৰ মাজত দেঁৱেন বৰ সাহসী। সি কলে, "হেৰ প্ৰবীণ, কি চাই আছ? বলচোন চাই আহোঁ কোনে চিঞৰে।" অন্নদাই কলে, "চিঞৰটো নিশ্চয় কলীয়া গোসাঁইৰ থানৰপৰাই আহিছে। কোনেনো এই নিশাখন চিঞৰিবলৈ আহিল অ'?" ব্ৰজেন অলপ ভয়-পাতুৰা ধৰণৰ। সি কলে "মোৰ ভাই ভূতলৈ ভয় নাই। কিন্তু যদি কিবা বাঘ ছাগ ওলাইছে তেন্তে কি কৰিবি।" "যাঃ যাঃ বাঘ।

আমাৰ এই অঞ্চলত বাঘ ওলোৱাৰ কথা কেতিয়া শুনিছ ? আক হলেই বা বাঘ, সেই বুলি এই নিশা বিপদত পৰা মানুহ এজনক সহায় নকৰিবিনে ?" মই কলোঁ, "আগ বাঢ়ি যোৱাই ঠিক হব।" এটা টৰ্চ্চ লৈ আমি চাৰিওজন বন্ধু কলীয়া গোসাঁইৰ থানলৈকে আগবাঢ়ি গলোঁ। ঘিট-মিটীয়া আন্ধাৰ। টৰ্চ্চটো লগত নাথাকিলে অহাটো একেবাৰে অসম্ভৱ হলেহেঁতেন। ব্ৰজেন আটাই কেইজনৰে পিচত আছিল। তাক মাজত সুমুৱাই লোৱা হল। এনেয়ে বাতিৰ কথা। সি যদি বাটতে ভয় খাই লৰমাৰিব লগীয়া হয়, তেন্তে আত ধৰতকৈ বাই-ধৰহে ছাব হব। আমি হাতত-সাৰে ভৰিত সাৰে আগবাঢ়ি গৈ আছোঁ। কাৰো মুখত ক-বা পৰ্য্যন্ত শুনিবলৈ নাই। বাটৰ ওচৰেদি টৰ্চ্চৰ পোহৰ পাই কিবা এটা লৰ মাৰে। ব্ৰজেন থিয় হৈ ৰয়। "ভাই, মই আক যাব নোৱাৰোঁ" সি শেহাই কয়। দেবেন তাক ধমক দি কয়, "হেৰ অলপ-ধতুৰা, সেইটো এটা শিয়াল। ভাল আপদটোক লগত আনিছিলো দে।"

আমি আগবাঢ়ি থাকোঁ। প্ৰায় ১৫ মিনিটমান খোজ কঢ়াৰ পিচত আমি থানৰ ওচৰ পাওঁ।

থানৰ বিৰাট আঁহত জোপা প্ৰকাণ্ড দৈত্যৰ দৰে থিয় হৈ আছে। আঁহতৰ তলত ভালেমান জোপোহা গছ। ঠাই খিনি দিনতে অতি গহীন যেন লাগে। এতিয়া ৰাতি আৰু গহীন হৈ পৰিছে। অলপ দূৰণিত থকা এজোপা সৰা গছৰ পৰা ফেঁচা এজনীয়ে 'নিউ নিউ'কৈ চিঞৰিবলৈ ধৰিছে। জিলি বিলাকৰ বিং ৰঙীয়া চিঞৰে গোটেই বাতাবৰণটোকে কিবা অসম্ভৱ ৰকমে ভয়াবহ কৰি তুলিছে। ব্ৰজেনে মোৰ সোঁহাতখনত একপ্ৰকাৰ খামোচ মাৰি ধৰিছে। দেৱেন আৰু অন্নদা আমাতকৈ কেইখোজমান আগবাঢ়িছে। টৰ্চ্চটো অন্নদাৰ হাতত। সি চাবিওপিনে টৰ্চ্চটো মাৰি গৈছে। কিন্তু ক'তো হলে একো নাই। ব্ৰজেনে মোক সোধে, "কিবা দেখা গ'লনে? মই আগেয়ে নকৈছিলো নে যে একো নাই।" মই তাক কওঁ, "তই দেখোন বাঘৰ কথাহে কৈছিলি। এতিয়া একো নোকোৱাটো হৈ পৰিলিনে?"

আচৰিত কথা চিঞৰিছিল কোনে? আমি থানৰ চাবিও পিনে পাত পিতকৈ বিচাৰিলো কিন্তু কতো হলে একো চিন মোকাম নেদেখিলো। দেৱেন আৰু অন্নদাই আঁহতৰ তলৰ হাবিয়নি

খিনিতো বিচাবিলে। পিচে ফল হলে একো নহল। একো নোপোৱা দেখি ব্ৰজেনবো বুকুত সাহ জন্মিল। সি মোৰ হাতখন এবি দি কলে "তেন্তে চিঞৰিছিল কোনে ? চিঞৰটো তো আমি আটাই কেইজনে শুনিছিলোহঁক। চিঞৰটো কেনেকৈ মিছা হব ?" মই ভাবি একো উলিয়াব নোৱাৰিলো। সঁচাকৈয়ে চিঞৰিছিল কোনে ? আমি আটাই কেইজনে বিবুদ্ধিত পৰিলো। অৱশেষত হতাশ হৈ দেৱেনে সুধিলে, "বাক চিঞৰটো জানো সঁচা-কৈয়ে এইফালৰপৰাই গৈছিল ?" অন্নদাই কলে, "নিশ্চয় আমাৰ চাৰিওজনৰে একেলগে কেতিয়াও ভুল হব নোৱাৰে।" মই কলো "হয়তো কোনো-বাই ভয় খাই চিঞৰিছিল। পিচে একো নেদেখি গুচি গ'ল।" দেৱেনে কলে, "তোৰ কথাই ঠিক হব। কাৰণ ভূতৰ ভয়ত কোনোবা বাটকৰা মানুহে চিঞৰিছিল কিন্তু একো নেদেখি দৌৰি পলাল।" ব্ৰজেনে কলে, "বল, এই ৰাতিখন মিছামিছি ইয়াত বিচাৰি থাকিলে কি হব। এই পুহমহীয়া থেতুৱাখনত কোনে কঁপি মৰে ?" আমি উভতি অহাটোকে স্থিৰ কৰিলো। উভতি অহাৰ আগতে আমি থানৰ চাৰিও পিনে আকৌ ভৱ

তন্নকৈ বিচাৰি চালো। ভূতৰ পুৰণি কলীয়া পুখুৰীটোৰপৰা এটা কিবা ডাঙৰ মাঁছে শব্দ কৰাৰ বাহিৰে আন কোনো সঁহাৰি পোৱা নগল। এই পুখুৰীটোত বহুতো মাছ আছে, কিন্তু ভূতৰ ভয়ত ইয়াত কোনেও মাছ নামাৰে। অন্নদাৰ মাছ মৰাত বৰ চখ। যোৱাবেলি আমি জহৰ বন্ধত ঘৰলৈ আহোঁতে সি মোক ইয়াত বৰশী বাবলৈ লগ ধৰিছিল। কিন্তু মোৰ আক্রান্তিত আমি কোনো ৰকমে আহিব নোৱাৰিলো। মাছৰ শব্দ শুনি অন্নদাই ততালিকে তালৈ টৰ্চ্চ মাৰিলে।

পুখুৰীটোত বিহ-মেটেকাই যেন আধিপত্য কৰি লৈছে। পানী দেখিবলৈকে নাই। টৰ্চ্চৰ পোহৰত বিহমেটেকাবোৰ জিলিকি উঠে। বিহ-মেটেকাৰ তলত কিবা এটাই শব্দ কৰে। অন্নদাই কৈ উঠে "এইটো নিশ্চয় ডাঙৰ শ'ল বা শাল মাছ।" সিপাৰৰ হাবিৰনিৰ পৰা এটা ভেকুলী জপিয়াই পৰে। তাৰ অপ্রত্যাশিত শব্দ শুনি ব্রজেন আকৌ মোৰ কাষ চাপে। হঠাৎ দেবেনে কয়, "অন্নদা সৌ চুকটোলৈ টৰ্চ্চ মাৰ্‌চোন, কিবা দেখোন বগা বগা যেন দেখিলো।" "এৰা সঁচা-কৈয়ে কিবা এটা?" অন্নদা আৰু মই একেলগে

চিঞৰি কওঁ। ব্ৰজেন তেতিয়া মোৰ গাত লাগি পৰিছে। আমি তালৈকে আগবাঢ়ো।

পুখুৰীটোৰ পশ্চিম পাৰৰ পৰা নামি আহিবলৈ এটা খটখটী আছে। বোধহয় আগতে সেইটো ব্যৱহাৰ কৰা হৈছিল। কিন্তু আজি-কালি তাৰ চাৰিও পিনে ঢেকীয়া আদিয়ে আগচি পেলাইছে। এই ঢেকীয়াবোৰৰ মাজতে কিবা এটা দীঘল দি পৰি আছে। আমি টৰ্চ্চটো ভালকৈ ধৰি তাৰ ওচৰ পালোগৈ। "এঃ কোনোবা মানুহ!" মই চিঞৰি দিওঁ। ব্ৰজেনে ভয়তে উজুৰতি খাই ধাচকৰে মাটিত পৰি যায়। অন্নদাই তাক তন্তা-লিকে তুলি ধৰে। দেৱেন ইতিমধ্যে মানুহজনৰ ওচৰ চাপে। সি অন্নদাৰ হাতৰপৰা টৰ্চ্চটো নি মানুহজনক ভালদৰে চাবলৈ ধৰে। বুকুত হাত দি কয় "ভাই মৰা নাই। এতিয়াই উশাহ লৈছে।" মই মুখ খনলৈ চাওঁ যে দুয়ো কোৱা-ৰিয়েদি বহুতো ফেন ওলাই আছে। অন্নদাই কয়, "মানুহ জনক চিনা চিনা যেন লাগিছে। অ'ভয় পাতুৰা ব্ৰজেন, চাচোন তই চিনি পাৱনে?" ব্ৰজেন মানুহ চিনাত বৰ পাকৈত। তাক মই হাতত ধৰি আগ বঢ়াই নিওঁ। "এইজন ডাক্তৰী

গাঁৱৰ চোধুৰীহঁতৰ নিৰ্ম্মল। যোৱা বেলি কলেজত ভৰ্ত্তি হৈছে। "অন্নদাই কয়, "ঠিক," ল ইয়াক উঠাই ল। তাৰ পিচত লাহে লাহে তাক লৈ ডাক্তৰী গাঁৱৰ পিনে আগবাঢ়ো।

আমি গৈ পোৱাত প্ৰায় দহমান বাজিছে। তেতিয়া নিৰ্ম্মলহঁতৰ ঘৰৰ আটায়ে শুইছে। মাথোন বাহিৰত চাকি এগছ লৈ নিৰ্ম্মলৰ বুঢ়ী মাক গৰাকী বহি আছে। আমাৰ গণ্ডগোল শুনি তেখেতে দূৰৈৰ পৰাই মাত দিলে, "সেয়া কোন! নিৰ্ম্মল নে কি?" নিৰ্ম্মলৰ সেই অৱস্থা দেখি বুঢ়ীয়ে হুৰাওবাৰে কান্দিবলৈ ধৰিলে। গোটেই ঘৰ-খনতে হুলস্থুল লাগি পৰিল। নিৰ্ম্মলৰ বাপেক মাক নাই কিন্তু খুৰায়েক গোবিন্দ চৌধুৰীক এই অঞ্চলৰ আটায়ে চিনি পায়। তেখেতো উঠি আহিল আৰু আমাক চিনিব পাৰি ঘটনাটো কি সুধিলে। আমাৰ পৰা সকলো কথা জানি তেখেতে এটা হুমুনিয়াহ কাঢ়ি কলে, "অ' কলীয়া গোসাঁইৰ থান।"

এই বুলি চৌধুৰীয়ে আমাক ভাতে খৈ বাহিৰলৈ ওলাই গল। আমি চাৰিও বাকী বিলাকৰ লগতে নিৰ্ম্মলৰ পৰিচৰ্য্যাত লাগিলোঁ। গৰম পানী কৰি

স্কেকিবলৈ ললোঁ। পাৰোঁমানে মানুহবোৰক আঁত-ৰাই ৰাখিবলৈ চেষ্টা কৰিলোঁ।

প্ৰায় দহ মিনিট মান পাচতে আমাৰ এই অঞ্চলৰ সুপৰিচিত বেজ অভয় সাউদক লৈ গোবিন্দ চৌধুৰী উভতি আহিল। সাউদে আমাক দেখিয়ে কয়, "তোমালোক ইংৰাজী পঢ়া লৰা। তোমালোকে ভূত পিশাচত বিশ্বাস নকৰা। কিন্তু এয়া চোৱাহঁক কলীয়া গোঁসাইৰ থানৰ মাহাত্ম্য।"

"অ ভৈয়াম কলীয়া গোঁসাইৰ থান! মোৰ বাছা তালৈ গৈছিল।" এই বুলি কৈ বুঢ়ী তেনেই মূৰ্চ্ছা গল। আমি নিৰ্ম্মলক এৰি বুঢ়ীক শুশ্ৰূষা কৰিবলৈ ধৰিলোঁ। সিফালে সাউদে মন্ত্ৰৰ বিধি উলিয়াই নিৰ্ম্মলক জাৰিবলৈ ধৰিলে।

কেইামিনিটমান পিচতে বুঢ়ী ধুহমুহকৈ উঠি বহিল আৰু কিবা এটা অস্বাভাবিক দৃষ্টিৰে চাৰিওপিনে তাৰাং তিৰিঙকৈ চাবলৈ ধৰিলে। তাৰ পিচত মোৰ হাত দুখন বৰ জোৰেৰে সাবটি ধৰি কবলৈ ধৰিলে, "বাছা মোৰ, এটা কথা শুনিবা-হঁকনে?" মই কলো, "নিশ্চয় শুনিম"। দেৰেনে সুধিলে "কি কথা আই?" বুঢ়ীৰ গাটো কঁপিবলৈ ধৰিলে! মই বুঢ়ীক আকৌ তুলি ধৰিলোঁ। অলপ পৰ

আন মানুহবোৰে ভয়তে ঘূঁৰুৰৈ যায়। উঃ বাপ্‌ কি কম, কালীয়াক এজনী ছোৱালীয়ে ভাল পাইছিল। তাইৰ নাম যোনে আছিল যামিনী। সিহঁতৰ ঘৰ আছিল বৰা চুবুৰীত। কালীয়া হেনো বৰ সাহসী আছিল। শূলৈ যোৱাৰ আগতে সি হেনো শক্তি-ধৰ চৌধুৰীলৈ চাই কৈছিল, "চৌধুৰী মনত ৰাখিব আজি তুমি আমাৰ ৰাইজৰ ওপৰত যি অত্যাচাৰ কৰিছা তাৰ হোৰ এদিনা তোলা হব। কালীয়াক আজি মাৰিবা হয় কিন্তু ইয়াৰ পৰা কালীয়া কোনো দিনে নাতৰে। লাগিলে ইয়াতে ভূত হৈ থাকিম আৰু বংশানুক্ৰমে তোমাৰ চৌধুৰী বংশৰ ওপৰত প্ৰতিশোধ লম।" বুঢ়ীয়ে উচুপি উচুপি কান্দিবলৈ ধৰিলে আৰু কলে, "বাছাহঁত সেই কালীয়াৰ নামৰ পৰাই হেনো থানখনৰ নাম কলীয়া গোঁসাইৰ থান হৈছে। কালীয়াই আমাৰ বংশৰ ওপৰত কোপ আজিও পাহৰিব পৰা নাই। মোৰ একেটা মাথোন লৰা, নিৰ্ম্মলৰ বাপেক একুৰি পাঁচ বছৰ বয়সতে মোক এৰি যায়। এদিন দুপৰীয়া কলীয়া গোঁসা-ইৰ সেই পিনেদি আহোঁতে চক খাইছিল। তাৰ পিচৰ পৰাই তীৱকল্পে জ্বৰ আৰু বমি। মুঠেই এদিনতে, বাছাহঁত মোৰ বাছাক কলীয়া গোঁসায়ে

লৈ গল। ইয়াৰ আগতেও আমাৰ বংশৰ কেবা-জনো. তাঁতে চক খাই মৰিছে। নকৰিবক আৰু। উঃ বাছা নিৰ্ম্মলৰ কি হব ? নিৰ্ম্মল ! নিৰ্ম্মল !' বুঢ়ীক সান্ত্বনা দি সাউদে কলে, "ভয় নাখাব, আই আমুকা অভয় সাউদ থাকোতে নিৰ্ম্মল বাপাৰ একো হব নোৱাৰে।"

বুঢ়ীয়ে আকৌ সাধুটো আৰম্ভ কৰে, "সৌ, সৌযে যামিনীৰ কথা কৈছিলোঁ—তাই হেনো ভালেমান দিনলৈকে কালীয়াক শূলত দিয়া ঠাই খিনিত কান্দি কান্দি বহি আছিল। কেবা দিনো বৰ কান্দাকটাতে মৰাতো তাই তাৰপৰা উঠি যোৱা নাছিল। তাৰ পিচত আৰু তাইক কোনেও দেখিবলৈ পোৱা নাই। কিন্তু এতিয়াও দুই চাৰি বুঢ়া মেথাই কয় যে জোনাক নিশা কেতিয়াবা কেতিয়াবা অকলশৰে কালীয়া গোঁসাইৰ থানত এজনী বৰ ধুনীয়া ছোৱালী বহি থাকে। তায়ে চাগে যামিনী। বাছাইত কলীয়া গোঁসাইৰ থানে আমাৰ বংশৰ মানুহৰ বাহিৰে আন কাৰো অন্যায় কৰা কথাটো আমি শুনা নাই। আজিওনো কালীয়া আৰু তাৰ লগৰীয়া সকলৰ কোপ যোৱা নাইনে ? মোৰ বাছা নিৰ্ম্মলে কাৰনো অপকাৰ কৰিছে। সি দেখোন কংগ্ৰেছৰ ভলণ্টিয়াৰ।

যোৱা বেলি ছমাহৰ বাবে ফাটকো খাই আহিছে। সি দেখোন কুম্পানীৰ কলীয়া নহয়। তেন্তে, কলীয়া গোঁসাইৰ কোপ তাৰ ওপৰত পৰিল কেলেই।

সিফালে অভয় সাউদে চিঞৰে 'ওঁ হ্রীং, ওঁ খং ওঁ ফট স্বাহা" আৰু আমালৈ লক্ষ্য কৰিও কয়, বাপাহঁত এইপিনে আহাহক, সৌৱা চোৱা নিৰ্ম্মল বাপাই চকু মেলিছে।" বুঢ়ীয়ে নিৰ্ম্মলক সাবটি ধৰে।

দেৱেনে কয় শক্তিধৰ চৌধুৰীৰ শক্তি চূৰ্ণ হ'ল। এতিয়া তেওঁৰ বংশৰপৰা নিৰ্ম্মল চৌধুৰী উপজিছে। গতিকে কলীয়া গোঁসাইলৈ ভয় কি? নিৰ্ম্মল যে কলীয়া গোঁসাইৰ ভক্ত।

পূব আকাশলৈ চাই পঠিয়াওঁ। তেতিয়া ৰাতি প্ৰায় পুৱাওঁ পুৱাওঁ। পূব আকাশত বেলিয়ে কেই ঘণ্টা মান আঁচোৰ মাৰিছে। দূৰণিত কোনোবাই এটা হিন্দী গান এটা গাবলৈ ধৰিছে,

কৰবতে বদল ৰহা হুয়
আজি সব জহাঁ। ...

---

# যাদুবস্তি

"ৰাইজসকল ! জীবিলে দেশ মৰিলে স্বৰ্গ ! আজি স্বৰ্গাদপি জননী জন্মভূমিয়ে কাৰাগাৰৰ শৃঙ্খলৰ মাজৰপৰা আপোনালোকলৈ কাতৰ আহ্বান জনাইছে, আজি হাজাৰ হাজাৰ মাতৃ সন্তানে এই আহ্বানৰ আগত আত্মাহুতি দিবলৈ আগবাঢ়ি আহিব লাগিব।" বক্তাৰ ওজস্বিনী ভাষাৰপৰা জুই আগুনি ছিটিকিবলৈ ধৰে। বিৰাট জনতাই মন্ত্ৰমুগ্ধৰ দৰে অনৰ্গল শুনি যায়। বক্তাই আগতকৈয়ো অগ্নিময়ী ভাষাৰে ৰাইজলৈ সম্বোধন কৰি কয়—"ভাইসকল, ভনীসকল, গোলাম হৈ জীয়াই থকাকো জীয়াই থকা বুলি কব পাৰিনে ? পৰৰ পদ লেহন কৰি কুকুৰৰ নিচিনাকৈ নেজ নচুৱাই যদি জীয়াই থকাকে আপোনালোকে জীৱন বুলি ভাৱে, তেন্তে দয়া কৰি আপোনালোকে মোৰ কথা নুশুনি আঁতৰি যাওক। মই জানো—তেনেকুৱা হতভাগ্য কাপুৰুষৰ বাবে মোৰ কথাৰ কোনো মূল্য নাই। কিন্তু ভাইসকল, যাৰ ধমনীত অৰুণ

মানো মনুষ্যত্বৰ ৰক্ত বিন্দু আছে সি নিশ্চয় কোনো ৰকমে পৰৰ গোলাম হৈ আত্ম বিক্ৰী কৰি থাকিবলৈ সাজু নহয়। তাৰ অন্তৰে অনবৰত বিদ্ৰোহৰ দপদপীয়া জুই জ্বলাই ছট-ফটাই থাকিব —কেতিয়া সি স্বাধীন হব। পৰাধীন জীৱনতকৈ মৃত্যু শতগুণে শ্ৰেয়ঃ। দেশৰ সেৱা, জাতিৰ সেৱা কৰি মৰিবলৈ কেইজনৰ ভাগ্যত পৰে? স্বাধীনতা যুঁজৰ সৈনিক হোৱাতকৈ পৰাধীন জাতি এটাৰ কি আৰু ডাঙৰ গৌৰৱ হব পাৰে? আজি মাৰাঠীকেশৰী ছত্ৰপতি শিৱাজীয়ে আপোনালোকক আহ্বান কৰিছে, আজি মহাৰাণা প্ৰতাপে আপোনা লোকলৈ অভয় বাণীৰে হাতবাউলি দি মাতিবলৈ ধৰিছে। সৌ শুনক—লাচিত চিলাৰায়ৰ উদাত্ত আহ্বান! 'স্বাধীন ভাৰতৰ আজি কি অধঃপতন—বন্ধু সকল, এবাৰ ভাবি চাওক। ইয়াতো জানো আপোনালোক নিশ্চিন্ত হৈ বহি থাকিব পাৰে?"

বিৰাট জনতাৰ মুখত এটা অভূতপূৰ্ব্ব উত্তেজনা। জনতাৰ এই উত্তেজনাই যেন বক্তাৰ ওপৰতো বিজুলীৰ প্ৰভাৱ পেলায়। তেওঁ আগতকৈয়ো আবেগময়ী কণ্ঠেৰে কৈ যায়—"ভাইসকল আজি হাজাৰে হাজাৰে দেশকৰ্ম্মী জেললৈ গৈছে—

অকাতৰে, হাঁহি মুখেৰে। তেওঁলোকৰ দোষ কি? তেওঁলোকে কয় আমিও মানুহ হিচাপে জীয়াই থাকিব খোজোঁ। আমাকো মনুষ্যত্বৰ গৌৰৱ লাগে। আমাৰ ওপৰত প্ৰভুত্ব কৰাৰ কাৰো ন্যায়সঙ্গত অধিকাৰ নাই। স্বৰাজ আমাৰ জন্মস্বত্ব। জনতাৰ মাজৰ পৰা হাতচাপৰিৰ খলকনি লাগে। সকলোৱে জয়ধ্বনি দিয়ে "ভাৰত মাতাকী জয়। দেশভক্ত ফুকনকী জয়! বন্দে মাতৰম্!"

তেতিয়া ১৯২১ চনৰ বিখ্যাত অসহযোগ আন্দোলন। সেই সময়ত দেশভক্ত তৰুণৰাম ফুকন ডাঙৰীয়া অসমীয়া ৰাইজৰ অন্তৰত এক-চ্ছত্ৰী সম্ৰাট। তৰুণৰামৰ সুদৰ্শন মুখ আৰু আভিজাত্য সুলভ ব্যক্তিত্ব অসমীয়া জাতিৰ অতি পৰিচিত, অতি আপোন। সেই আন্দোলনৰ প্ৰচাৰ কৰোঁতেই তেখেতে অসমৰ ইমূৰৰপৰা সিমূৰলৈ দিগ্বিজয় কৰি ঘূৰি ফুৰিছে। বৃটিশ সাম্ৰাজ্যবাদৰ অনুচৰ সকলৰ অন্তৰত ভয়ঙ্কৰ ত্ৰাস, সিহঁতৰ শোষণৰ এই নিৰ্মম যন্ত্ৰ এতিয়া চাগে ছিগি ভাগি চুৰমাৰ হৈ যায়! যলৈকে ফুকন ডাঙৰীয়া যায়, তলৈকে অসমীয়া জনতাৰ মাজত বিপুল উন্মাদনা, সকলো যেন স্বাধীনতাৰ বেদীত নিজকে আহুতি দিবলৈ

বলিয়া হৈ উঠে। দেশভক্ত তৰুণৰাম ফুকন ডাঙৰীয়াক আগত লৈ অসমীয়া ৰাইজে সমগ্ৰ ভাৰতবৰ্ষৰে আগত যুঁৰ দাণ্ডি থিয় দিয়ে। অসমীয়া ৰাইজেও বিৰাট ভাৰতীয় মহা জাতিৰ এই আত্ম-প্ৰতিষ্ঠাৰ অভিযানত জপিয়াই পৰিবলৈ নিজকে সকলো প্ৰকাৰে প্ৰস্তুত কৰি লয়। এই জাতীয় মহাযুদ্ধত অসমীয়াই যি বিৰাট দান কৰিছিল তাক দুৰঞ্জীয়ে বিভিয়াই কৈ আছে।

কামৰূপ জিলাৰ অন্তৰ্গত ৰঙিয়া অঞ্চলৰ ইচ্ছাদ ঘৰীয়া এখন অতি সৰু গাঁও। আধুনিক সভ্যতা আৰু যাতায়াতৰ জোখত এই গাঁওখনক গাঁও বুলি কবলৈকো সঙ্কোচ লাগে। তাৰ স্থানীয় মানুহবোৰৰ মনত গাঁৱৰ গাঁওবুঢ়াজনেই আটাইতকৈ সম্মানজনক পুৰুষ। ৰজা ঘৰৰ লগত যাৰ লেন দেন তেওঁতকৈ আৰু কোনোবা প্ৰতিষ্ঠাৱান মানুহ হব পাৰেনে? কিন্তু তেওঁলোকেও তেতিয়া ফুকন ৰবদলৈ আৰু স্বৰাজৰ খবৰ শুনিছে। তেওঁলোকৰ অন্তৰতো এটা ভাবিব নোৱাৰা উক-মুকনি উঠিছে। তেওঁলোকেও বিচাৰিছে স্বাধীনতা। সেই বাবে আজি হাজাৰ হাজাৰ ৰাইজ আহি গোট খাইছে ফুকন ডাঙৰীয়াই কি কয় তাকে শুনিবলৈ। প্ৰকাণ্ড ৰভা। তিনি ৰঙীয়া

পতাকাই চাৰিও পিনে স্বাধীন ভাৰতৰ বিজুলী বাণী বস্তাহত মিহলাই দি আকাশখনকো মুখৰ কৰি তুলিছে। দূৰ দূৰণিৰপৰা বাইজ আহি গোটেইখন ৰভা নধৰা হৈ পৰিছে। বুঢ়াভগীয়া দুই চাৰি তিৰোতাও আহিছে "স্বৰাজৰ মেল" চাবলৈ। জী বোৱাৰীহঁতৰ ইচ্ছা থাকিলেও আবুৰ ভঙাৰ সঙ্কোচিত মেললৈ আহিব নোৱাৰাত অনুতাপৰ অন্ত নাই। এই মেলৰ সুযোগতে গাঁৱৰ বেপাৰী দুই এজনেও নিজৰ নিজৰ বেপাৰ আনিছে। কোনোৱে আনিছে বুট দিয়া মিঠৈ, কোনোৱে আনিছে আখৈ লাড়ু কোনোৱে আকৌ ঘৰতে লগা ভোলা বেঙেনা বা নাৰিকল কেইটামানকে লৈ আহিছে। মুঠৰ ওপৰত মাঘ মহীয়া হোৱা স্থানীয় বালিসত্ৰৰ বিখ্যাত সভা বা মেলাতকৈ এই মেলা কোনোগুণে কম নহয়। তদুপৰি বালিসত্ৰৰ আঁৰিয়া দিয়া সভা বছৰি হয়। এইবেলি হোৱা এনেকুৱা ৰাইজ মেল বাইজে এই অঞ্চলত কোনো দিনেই দেখা নাই। দুপৰীয়া বাৰমান বজাৰপৰা বাইজ আহি হেন্দোল দোপ লগাই দিছে। সকলোৰে মুখত একেটা কথা। আজি বোলে ফুকন আহিব। ফুকনে বোলে কোম্পানীৰ ৰাজ্য ভাঙি দিব। এতিয়াৰপৰা হেনো বাইজেই

ৰজা হব। ইত্যাদি নানা তৰহৰ কৌতূহলপূৰ্ণ আলোচনাই সমবেত ৰাইজৰ মনত তোলপাৰ লগাইছে। সকলোৱে উগুল-থুগুলকৈ বাটচাই আছে কেতিয়া ফুকন আহিব। দেশভক্তক চাবলৈ মানুহৰ মন উচপিচাই আছে। তেতিয়া প্ৰায় আঢ়ৈ মান বাজিছে। এটা ধুনীয়া দঁতাল হাতীৰ ওপৰত এজন ৰাজকোঁৱৰৰ নিচিনা ধুনীয়া পুৰুষে মূৰত বগা টুপী এটা পিন্ধি সভাস্থলিলৈ আগবাঢ়ি আহে। গান্ধীটুপী পিন্ধা স্বেচ্ছাসেৱক সকলৰ এটা বিৰাট সমদল তেখেতৰ পিচত। তাৰ পিচত অসংখ্য জনতা। লাহে লাহে সমদল আগবাঢ়ি আহে। সভাত থকা ৰাইজে হৰিধ্বনি দিয়ে "জয় ৰাম বোলা, জয় হাৰ বোলা"। স্বেচ্ছাসেৱক সকলে লগাই দিয়ে "স্বাধীন ভাৰত কী জয়।" "দেশ ভক্ত ফুকন কী জয়"। "স্বাধীন ভাৰতকী জয়।"

ৰাইজৰ বুকুত বিজুলী খেলি যায়। "স্বাধীন ভাৰতকী জয়!" সকলোৱে সমস্বৰে চিঞৰি দিয়ে "স্বাধীন ভাৰতকী জয়।" "দেশভক্ত ফুকনকী জয়।" ফুকন ডাঙৰীয়াই হাতীৰপৰা নামি এটা আপোন ভোলা হাঁহি মাৰি ৰাইজলৈ হাতযোৰ কৰে। ৰাইজে আকৌ চিঞৰি দিয়ে "দেশভক্ত ফুকন কী

জয়ধ্বনি" দবা কাঁহ শঙ্খ বাজি উঠে। এজনা সংস্কৃত পণ্ডিতে এটা সুললিত শ্লোক গাই ফুকন ডাঙৰীয়াক মাল্যদান কৰে আৰু চন্দনৰ তিলক তেখেতৰ প্ৰশান্ত কপালত দিয়ে। ফুকন. ডাঙৰীয়াই ৰাইজলৈ সম্বোধন কৰি কয়, "ভাই সকল! মই আজি আপোনালোকৰপৰা সেৱা লবলৈ অহা নাই, আপোনা লোকৰ সেৱা কৰিবলৈহে আহিছোঁ। ভাৰত মাতৃয়ে আজি প্ৰতিজন সন্তানকে আহ্বান কৰিছে আত্ম-ত্যাগৰ বাবে প্ৰস্তুত হবলৈ। আজি আপোনালোকৰ দুৱাৰদলিত উপস্থিত হৈছোঁহি সেই আহ্বান শুনা-বলৈকে। আহক ভাইসকল, আজি আত্মবলিৰ বাবে চৰম আত্মত্যাগৰ বাবে আপোনালোক সৰ্ব্বতো ভাৱে প্ৰস্তুত হওক।" এইদৰে ফুকন ডাঙৰীয়াই অৰ্গনল কৈ যায়। ফুকন ডাঙৰীয়াৰ. প্ৰতিটো কথাই প্ৰতিটো শব্দই যেন কিবা যাদু-শক্তিৰ আৱক সানি লৈ ৰাইজৰ বুকুত সোমাই যায়। প্ৰায় দুঘণ্টা পৰ বক্তৃতা দি তুমুল হৰ্ষধ্বনিৰ মাজত তেখেত বহি পৰে। তেখেতৰ বক্তৃতাৰ অন্তত স্বৰাজ পুঁজিৰ বাবে ধন বিচাৰি কেইজন-মান স্বেচ্ছাসেৱকে ৰাইজৰ মাজত সোমাই পৰে। ৰাইজৰ যাৰে যি আছিল তাকে আনন্দ মনেৰে

দি যায়। বাইজৰ দিবৰেই বা শক্তি কি? তথাপিও এই পুঁজি সংগ্ৰহত প্ৰায় পাঁচ শ. মান টকা উঠে। ফুকন ডাঙৰীয়াই সকলোলৈকে লক্ষ্য কৰি কয়—"ৰাইজসকল মই ভালদৰে জানো আপোনা-লোকৰ দিব পৰা শক্তি একো নাই। আজি ইংৰাজে চুহি চুহি আপোনালোকৰ এৰিছেই বা কি? সেই বাবে আপোনালোকে স্বৰাজৰ বাবে দিয়া একোটা তামৰ পইচাও ইংৰাজৰ একোটা বন্দুকৰ গুলীতকৈ বেচি শক্তিশালী। আপোনা-লোকৰ প্ৰতিটো তামৰ পইচাতে আছে আপোনা লোকৰ কেঁচা তেজ আৰু স্বাধীনতাৰ বাবে আত্ম-বলি দিবলৈ চৰম অভিলাষ। ইয়াৰ বিৰুদ্ধে ইংৰাজৰ পশুশক্তিৰ চানেকী বন্দুকৰ গুলী কিমান পৰ তিষ্ঠিব। ভাইসকল। মনত ৰাখিব য'তে ধৰ্ম্ম ত'তে জয়।" এনেতে এজনী প্ৰায় চাৰিকুৰি বছৰীয়া বুঢ়ী ফুকন ডাঙৰীয়াৰ ওচৰলৈ আগবাঢ়ি যায়। সকলোৰে চকু বুঢ়ীজনীৰ ওপৰত পৰে। বুঢ়ীজনীয়ে ফুকন ডাঙৰীয়াক সম্বোধন কৰি কয়, "বোপা, য'তে ধৰ্ম্ম ত'তে জয়। তোমাৰ এই ধৰ্ম্ম-যুদ্ধৰ বাবে মই কি দিম? মই এজনী দুখুনী বিধৱা। এয়া নিয়া মোৰ হাতৰ এই ৰূপৰ আঙঠীটো। আমাৰ সিজনাই

মৰাৰ সময়ত মোক এইটো দি গৈছিল। তেওঁৰ আদেশ আছিল মই যেন ইয়াক কোনো ধৰ্ম্ম কামত খৰচ কৰোঁ। মোৰ আঙঠীটো এই ধৰ্ম্ম-যুদ্ধত খৰচ কৰিলে মই শান্তি পাম।" ফুকন ডাঙৰীয়াই বুঢ়ী গৰাকীলৈ আঠু'ল সেৱা কৰি কয়, "আই আশীৰ্ব্বাদ কৰক আমি যেন জয়ী হওঁ।" বুঢ়ীয়ে হিয়াভৰা আশীৰ্ব্বাদ কৰে। তাৰ পিচত আঙঠীটো হাতত লৈ দেশভক্ত থিয় দি ৰাইজলৈ সম্বোধন কৰি কয়, "ৰাইজসকল মই আঙঠীটো নীলাম কৰিম। আপোনালোকৰ মাজত কোনে ডাকে ডাকক। এক, দুই।" কিছু পৰ কাৰো একো মাত বোল নাই। তেখেতে আকৌ কয়, "ডাকক।" শিমলুৱাৰ নৰহৰি চৌধুৰীয়ে কয়, "এশ"। ৰাইজৰপৰা হাত চাপৰিৰ জাউৰি উঠে। ফুকন ডাঙৰীয়াই কয়, আৰু কোনোবাই ডাকিব নে কি। এশ এক, দুই। ডিমুৰ লোকেশ্বৰ শৰ্ম্মাই কয়, দুশ। ফুকন ডাঙৰীয়াৰ মুখত হাঁহি বিৰিঙি যায়। তেখেতে কয়, ডাক খতম, দুশ এক দুশ দুই। ৰাইজৰ মাজৰ পৰা এজনে কয় দুশ পঞ্চাশ। ফুকন ডাঙৰীয়াই আকৌ হাঁহি মাৰি কয়, "ডাক খতম। এক, দুই তিনি।" আঙঠীটো আনি

তলকা মাৰি বুঢ়ীয়ে আকৌ আৰম্ভ কৰিলে, "বাপাহঁত, সেইয়া কলীয়া গোঁসাইৰ থানৰ কথা জানানে? উঃ কি জয়াল ঠাই সেইখিনি? কলীয়া গোঁসাইৰ থান থাকিলে আমাৰ বংশৰ নিস্তাৰ নাই।"—বুঢ়ীয়ে উচুপি উচুপি কান্দিবলৈ ধৰিলে। তাৰ পিচত আকৌ কৈ গল, 'বাপাহঁত, ভোট আৰু কুম্পানীৰ মাজত যে যুঁজ এখন লাগিছিল তোমালোকে শুনিছাহক নে?" অন্নদ বুৰঞ্জীৰ ছাত্ৰ; সি ততালিকে শুনা বুলি কলে। "সেই সময়ত বাটপথ বান্ধিবলৈ আৰু বণলৈ যাবলৈ মানুহৰ বৰ অভাৱ আছিল—" বুঢ়ীয়ে আকৌ কৈ গল। "আমাৰ বংশৰ শক্তিধৰ চৌধুৰী আছিল এই অঞ্চলৰ এক প্ৰকাৰ ৰজা। তেতিয়া আমাৰ বংশৰ ভয়ত এই অঞ্চলৰে নালাগে গোটেই কামৰূপৰ মানুহ কঁপি আছিল। জিলাৰ বৰ চাহাবৰ লগত শক্তিধৰ চৌধুৰীৰ বৰ খাতিৰ আছিল। চাহাবে তেখেতক ভোট যুদ্ধলৈ মানুহ গোটাবলৈ দিলে আৰু গোটাই দিব পাৰিলে ৰজাৰ হতুৱাই পুৰস্কাৰ দিয়াব বুলিও গাত ললে।

"শক্তিধৰ আচলতে শক্তিধৰেই আছিল। তেওঁ বলেৰে হেনো নিতৌ পাঁচশ কৈ মানুহ গোটাই

ভোট যুঁজলৈ পঠাইছিল। তেওঁৰ হাউলীৰ ভিতৰত সোমাবলৈ অৱশ্যে কাৰো সাহ নাছিল, কিন্তু যুঁজলৈ নিয়া মানুহবোৰৰ পৰিয়ালৰ মনুহবোৰে হাউলীৰ বাহিৰত জুম খাইছিল আৰু সিহঁতৰ বিননিয়ে ডাফলা অঞ্চলটোকে থলক লগাইছিল। যিসকল মানুহে ভয়তে পেপুৱা লাগি কোনো ৰকমে যাবলৈ সন্মত নহৈছিল সি সকলক চাওদাঙৰ হতুৱাই মৰাকৈ পুতি থোৱাইছিল। উঃ কথাটো ভাবিলেও মূৰ আচন্দ্ৰাই কৰে। সৌ যে আজি কলীয়া গোঁসাইৰ থান।” বুঢ়ীয়ে আৰু আগ বাঢ়িব নোৱাৰে। আকৌ দেখোন কঁপিবলৈ ধৰে! সিফালে সাউদে হুঙ্কাৰ চাৰি মন্ত্ৰ মাতে, “ওঁ হুহুঙ্কাৰ, কামৰূপৰ কামাখ্যা মাও!”

বুঢ়ীয়ে আকৌ চকু মেলি সাধু আৰম্ভ কৰে। “জানা বাপাহঁত সেই কলীয়া গোঁসাইৰ থানতে মানুহবোৰক পুতি থৈছিল। তাৰে ভিতৰত আছিল কালীয়া বুলি এটা ডেকা। সি হেনো মানুহ বিলাকক যুঁজলৈ নাযাবলৈ কৈ ফুৰিছিল। সেই আপাহতে তাক বৰ কান্দাজ দি ধৰাই অনাই শক্তিধৰ চৌধুৰীয়ে সেই কলীয়া গোঁসাইৰ থানৰ ওচৰতে পোন প্ৰথমে দেখা দেখিকৈ শূলত দিয়ে—যাতে

ডাকোতাৰ হাতত দিয়ে। ডাকোতাই আঙঠীটো এবাৰ পিন্ধি আকৌ ফুকন ডাঙৰীয়াৰ হাতত দিয়ে। তেখেতে আকৌ ডাক আৰম্ভ কৰে। এইবেলি আঙঠীটো ৫০০ শ টকাত নীলাম হয়। তাৰ পিচত নীলাম কৰোতাই আকৌ আঙঠীটো ফুকন ডাঙৰীয়াৰ হাতত শোধাই দিয়ে। অলপ পিচতেই আঙঠীৰ বেচ হিচাবে ১০৫০ টকা তেখেতৰ হাতত পৰেহি। এই ডাকোতা কেজন এই অঞ্চলৰ আটাইতকৈ ধনী মানুহ। ফুকন ডাঙৰীয়াই আঙঠী-টোৰ বদলত তেওঁলোকৰ হাতৰ পৰাও ১০৫০ টকা জোগাৰ কৰিলে। তেতিয়া তেখেতে ৰাইজলৈ সম্বোধন কৰি কয়, "বন্ধুসকল! আপোনালোকে বোধহয় আৰবীয় সাধুকথাৰ আলাদীনৰ চাকি আৰু আঙঠীৰ সাধুটো শুনিছে। আলাদীনে যেনেকৈ এটা যাদু বস্তি আৰু আঙঠীৰ বলত চীনৰ কুঁৱৰীক উদ্ধাৰ কৰিছিল। আমাৰ বুঢ়া আয়ে দিয়া এই আঙঠীটোৰ যাদু শক্তিৰে আমিও উদ্ধাৰ কৰিব লাগিব আমাৰ ৰাজকুমাৰীক। আমাৰ ৰাজকুমাৰী আন কোনো নহয়। আমাৰ শৃঙ্খলিতা "জন্মভূমি"। সেই জন্মভূমি উদ্ধাৰৰ বাবে এই আঙঠীয়ে আমাৰ যাদু-বস্তি।"

তাৰ পিচত ফুকন ডাঙৰীয়াই ভাৰতীয় ৰাজনীতি ক্ষেত্ৰত কি সন্মান জনক স্থান অধিকাৰ কৰিছিল তাক সকলোৱে জানে। ফুকন ডাঙৰীয়াৰ নেতৃত্বৰ প্ৰতি অসমীয়া ৰাইজৰ কি বিশ্বাস আছিল তাকো আজি দোহাৰি কোৱাৰ সকাম নাই। পাণ্ডু কংগ্ৰেছৰ পুঁজি সংগ্ৰহ কৰি যেতিয়া ফুকন ডাঙৰীয়াই অসমীয়া ৰাইজৰ ঘৰে ঘৰে গৈছিল তেতিয়া তেখেতে তেখেতৰ হাতত এটা বস্তু আটোম টোকাৰিকৈ বান্ধি লৈ গৈছিল। কোনোবাই তেখেতক সেইটো কি বুলি সুধিলে তেখেতে নিজৰ স্বভাৱ সুলভ হাঁহিৰে উত্তৰ দিছিল "যাদু-বস্তু"।

———

# ৰিক্সাৱালা।

কলিকতীয়া মে°মাহৰ ৰ'দ ফালি ফালি আমি—মোৰ বন্ধু হৰেন আৰু মই, ঠিক কলেজ ষ্ট্ৰীট আৰু হেৰিচন ৰোডৰ 'মোৰ' পাইছোঁহি। ৰদৰ তীব্ৰতাৰ লগত মানুহৰ ব্যস্ততা। ইটোৱে সিটোৰ লগত প্ৰতিযোগিতা চলাই দিছে। যুদ্ধৰ বাবে পেট্ৰল নিয়ন্ত্ৰণ হৈছে সঁচা, তাৰ বাবে বাচৰ ট্ৰিপো আগতকৈ কমি গৈছে। কিন্তু বাচৰ ঘৰ্ঘৰণি আৰু ভোঁ-ভোঁৱনি বিলাকৰ অলপো নিয়ন্ত্ৰণ হোৱা নাই। ট্ৰাম তো ট্ৰামেই, যুদ্ধৰ বজাৰত তাৰ টিকটৰ মূল্য বাঢ়িব পাৰে, ভগনীয়াৰ অভাৱত টিকটৰ বাকী পইচা কণ্ডাক্টৰৰ হাতত জমা থৈয়ে সন্তুষ্ট থাকিবঁ লগাত পৰিব পাৰে তাক আৰু বাৰে কতিয়াবা কণ্ডাক্টৰৰ ঘোপা চকু অসহনীয় হলে ঘুচিয়াঘুচি ভুকুৱাভুকি আদিৰ বিপ্লৱী নীতিৰে আত্মমৰ্য্যাদাৰ শ্ৰাদ্ধ কৰিব লগাত পৰিব পাৰে, কিন্তু তথাপিও সি ট্ৰামেই। আত্মমৰ্য্যাদা কমিলেও ট্ৰামত আৰোহীৰ সংখ্যা নকমে।

মেছুৱা বজাৰৰ কেইবাটাও গলিৰ গোন্ধে ইতি মধ্যে আমাৰ উশাহ নিশাহ বন্ধ কৰি দিছে।

এৰেয়ে বদ, তাতে আহিছো খোজ কাঢ়ি! এইখিনি পাই অলপ মুকলি ঠাই যেন লক্ষ্য কৰিয়ে হবলা নাকটোৱে এটা দীঘলকৈ উশাহ উলিয়াই দিলে। বাহিৰৰ বদত ঠেকা খাই মোৰ মুখত তাৰ তপত ভাপ অলপ উফৰি পৰিল। 'উঃ ইমান গৰম!" হবেনে জনালে। তুয়োৰো ভৰি আপো আপুনি বৈ গল। সিইঁতেও বোধকৰো অলপ জিৰণিৰ আশা ক'ৰিছিল।

"বেটা হাৰাম জাদা!" "হতভাগা!!" ঠিক একে ঠাইৰে পৰা ক্রোধব্যঞ্জক এই শব্দ কেইটাৰ পুৰুষ আৰু মহিলা কণ্ঠৰ অদ্ভুত সমন্বয় আমাৰ কাণত পৰিল। একেজন মানুহৰে প্ৰতি লক্ষ্য কৰিয়ে যে ইয়াৰ প্ৰয়োগ হৈছিল তাকো শব্দৰ ধ্বনিয়ে উটাই আনিছিল। এই আচৰিত প্ৰাণীটোক চাই লোৱাৰ হেপাহ আমাৰ অৱশ চকু কেইটায়ো সামৰিব নোৱাৰিলে। কাণ্ড দেখি নইঁহাকৈ নোৱাৰিলোঁ। ই আমাৰ অসৌজন্য হলেও উপায় নাছিল। বিক্সা এখন মাটিত থেকেচা খাই উফৰি পৰিছে। এগৰাকী স্থূলকায় মহিলা ৰাস্তাৰ ওপৰত তেতিয়াও প্ৰায় লেতি লৈয়ে আছে। ভদ্ৰলোক একনে তুয়োখন হাতেৰে মহিলা গৰাকীক থিয়

দিবলৈ সহায় কৰি আছে। কিন্তু তেতিয়াও বেচেৰী উঠিব পৰা নাই। "অ ভৈয়াই, কি প্ৰকাণ্ড শকত! বিস্মাৱালাৰ দোষ কি ভাই?" হবেনৰ মন্তব্যই মোক বিস্মাৱালাৰ উপস্থিতিলৈ সজাগ কৰি দিলে। সি বেচেৰা তেনেই ঘামি জামি গৈছে। এখন ফটা টয়লিবে তাৰ কপালৰ ঘামবোৰ মচি ওচৰতে থিয় দি আছে। তাৰো চকু মহিলা গৰাকীৰ ওপৰত। কিন্তু সেই চকুত কোনো আশঙ্কাৰ চিন নাই, মুখাবয়বত ঘামৰ মাজেদিও এটা দুষ্টামি সনা হাঁহিৰ ৰেখা। ফুটপাথটো মানুহেৰে ভৰা। সকলোৰে মুখত একোমোকোৰা ৰহস্যৰ হাঁহি। দুই এজনে উস, আস্, কৰিছে হয় কিন্তু কোনেও মহিলা গৰাকীক গা টঙাই দিবলৈ চেষ্টা কৰা নাই। "আপনি কি ব্যথা পেলেন, আস কি কাণ্ডটাই না হয়েগেল!" —সহানুভূতি দেখুৱালৈ এজন প্ৰৌঢ় ভদ্ৰলোক আগবাঢ়ি আহিল। ইতিমধ্যে মহিলা গৰাকীয়েও থিয় দিলে। বিস্মাৱালাৰো তাৰ বিস্মাখনৰ প্ৰতি কৰ্ত্তব্যবোধ উদয় হল যেনিবা। সি আগ বাঢ়ি বিস্মাখনৰ হেণ্ডেলত ধৰিলে।

"ব্যাটা হাৰামজাদা কোথাকাৰ! ভদ্ৰলোক জনৰ খঙে শব্দৰে প্ৰকাশ পালে আৰু চটপ চটপ

ছুটা চব বিস্মাবলাব সোঁ গালত ওপবা ওপৰিকৈ পৰিল অবাক জনতাব ভিৰ ঠেলি মহিলা গবাকীৰ শকত হাতখনত ধৰি তেখেত কমলালয়া ষ্টোৰ্চব মুখ পালেগৈ।"

"মাইজী! আমাৰ ভাড়া।" —বিস্মাবালাই অলপ আগবাঢ়ি খোকাখুকিকৈ কলে।

"ভাড়া! তোৰ মুখে ছাই পড়ুক, হতভাগা।"

মাইজী তেতিয়া কমলালয়া ষ্টোৰ্চব প্ৰায় ভিতৰ পাইছে। দাবোৱানৰ হাত কপালৰপৰা ঠিক নামিছে।

বালিগঞ্জলৈ যোৱা বাছ এখন পাই আমি উঠি পৰিলোঁ। চকু ফেৰিয়াও বিস্মাবালৰপৰা যোৱা নাছিল। ওপৰত তলাৰ পৰা চাই পঠালোঁ বিস্মা-বালা কলেজ ষ্ট্ৰীটতে, এজন আৰোহী পাইছে। আৰোহীজন সেই প্ৰৌঢ় সহানুভূতি শীল ভদ্ৰলোক-জনেই। বোধহয় শ্যামবজাৰৰ পিনে যাব! আমাৰ বাছ এৰি দিলে।

